# মাধৱদেৱ ঃ সাহিত্য, কলা আৰু দৰ্শন

ড° কৰবী ডেকা হাজৰিকা




বনলতা ঃ ডিব্ৰুগড়

**Mādhavadeva : Sāhitya, Kalā āru Darsan,**

Written in Assamese by Dr Karabi Deka Hazarika, Lecturer, Department of Assamese, Dibrugarh University, Dibrugarh-786004 ; published by Sri Makhan Hazarika, Banalata, Dibrugarh-786001. First Edition March, 1987.

Price Rs. Tweenty only

---

প্ৰকাশক :

শ্ৰীমাখন হাজৰিকা

বনলতা : নতুনবজাৰ

---

বেটুপাতৰ শিল্পী

শ্ৰীবিজয় মণ্ডল

কলিকাতা

---

মূল্য : ২০·০০ মাত্ৰ

---

মুদ্ৰক :

শ্ৰীললিত মোহন পান

লক্ষ্মী জনাৰ্দন প্ৰিণ্টাৰ্স

২৬/২এ, সিমলা ৰোড

কলিকতা-৬

শংকৰী-সাহিত্য-দৰ্শনৰ বিশিষ্ট গৱেষক,

সুসাহিত্যিক আৰু সুসমালোচক

মোৰ পৰম শ্ৰদ্ধেয় শিক্ষাগুৰু

পণ্ডিত প্ৰবৰ

ড° মহেশ্বৰ নেওগ দেৱলৈ

বিনম্ৰ অৰ্পণ



## ব্যক্তিগত দুআষাৰ

মহাপুৰুষ মাধৱদেৱৰ বিষয়ে আলোচনা-পুথি এখন লিখাৰ হাবিয়াসে বহুদিনৰ পৰাই মনটো জোকাৰি আছিল। ইয়াৰ মূলতে বোধকৰো দুটা কাৰণ—শ্ৰীমন্ত মাধৱৰ তুলনাবিহীন ব্যক্তিত্ব তথা সুৰুচিসম্পন্ন ৰচনাৰ প্ৰতি গভীৰ অনুৰক্তি আৰু শংকৰদেৱৰ থাই সহযোগী এইজনা পুৰুষৰ প্ৰতি আধুনিক সাহিত্যিক-সমালোচক সকলৰ মনোযোগহীনতাই সৃষ্টি কৰা বিষাদবোধ। এই কথা ঠিক যে মাধৱ-অবিহনে শংকৰদেৱ অসম্পূৰ্ণ। বিশাল প্ৰতিভা আৰু পাণ্ডিত্যৰ আঁকৰ শংকৰদেৱে পূৰ্ণতা লাভ কৰিছিল মাধৱদেৱৰ সান্নিধ্যত। মাধৱদেৱৰ সৰ্বতোপ্ৰকাৰ সহায়-সহযোগিতাৰ অবিহনে বাৰে ৰহনীয়া নৱ-বৈষ্ণৱ আন্দোলন কিমান সফল হ'লহেঁতেন সেই কথাও ভাবিব লগীয়া। অথচ এনেজনৰ মহাপুৰুষৰ বিভিন্ন অৱদান সমূহৰ বিষয়ে আজিলৈকে যথোপযুক্ত আলোচনা পোহৰৰ বাটলৈ অহা নাই। ড° বাণীকান্ত কাকতি প্ৰমুখ্যে বাটকটীয়াসকলে যি কেইটি পৰিচয় সূচক লেখাৰে মাধৱদেৱক পাঠকসমাজৰ মাজলৈ আনিলে, আজিলৈকে সেই অৱস্থাৰ বিশেষ পৰিবৰ্তন হোৱা নাই। অথচ মহাপুৰুষ মাধৱদেৱৰ সাহিত্য আৰু চিন্তাৰ প্ৰতিটি দিশতে সোমাই আছে গৱেষণাৰ বিৰাট সমল। সেইবাবেই "মাধৱদেৱ: সাহিত্য, কলা আৰু দৰ্শনক" পুথি আকাৰে পাঠকৰ হাতত তুলি দিয়া হ'ল। হয়তো পৰিচয়সূচক লেখাতকৈ এইখনিও বিশেষ আগবঢ়া নাই। তথাপিও ইয়াত থূপতে পাব পৰাকৈ যুগুতাই থোৱা আছে মহাপুৰুষ-জনাৰ সাহিত্য, কলা, দৰ্শন আৰু জীৱনৰ প্ৰতিটো দিশৰে একোখিলা পাত। ইচ্ছুক সকলে ইয়াৰ আলমতে যিকোনো দিশৰে অধিক অধ্যয়নৰ সুৰুঙা বিচাৰি পাব।

পুথিখনি যুগুত কৰোতে পণ্ডিত-প্ৰবৰ ড° মহেশ্বৰ নেওগ ছাৰলৈ সময়ে সময়ে পৰিছে। মোৰ গৱেষণা-গ্ৰন্থ—"Madhavadeva: His life, art and thought"-ৰ তত্বাৱধান কৰোতে তেখেতে দিয়া ভালেমান উপদেশ আৰু পৰামৰ্শ এইখনি পুথিতো প্ৰয়োগ কৰা হৈছে। প্ৰকৃততে গৱেষণা-গ্ৰন্থখনিয়েই হৈছে এইখনি পুথিৰ মূল প্ৰেৰণা।

মাধৱদেৱৰ সুবিশাল প্ৰতিভাৰ বিচাৰ কৰিবলৈ আমাৰ মেধা আৰু কলমৰ শক্তি বৰ কম। তথাপিও কামটো হাতত ললো এক কৰ্ত্তব্যবোধৰ দায়িত্বত। মাধৱদেৱৰ সম্পৰ্কে আৰু অধিক আলোচনাৰ বাবে বিদ্বানসমাজ আগবাঢ়ি আহিলেই মোৰ শ্ৰম সাৰ্থক হোৱা যেন লাগিব।

পুথিখনিৰ ৰচনা-প্ৰসংগত বহুতকে শলাগ জনাব লগীয়া আছে। তাৰে ভিতৰত মোৰ মৰমৰ ছাত্ৰী শিখা, বিভা, ৰমা, অমিতা, নমিতা, আইচেনা আৰু জ্যোতিৰেখালৈ মৰমভৰা শলাগ থাকিল। মোৰ চিন্তা আৰু শ্ৰমৰ সমানে ভাগ লওঁতা ড° কন্দৰ্প কুমাৰ ডেকালৈ থাকিল গভীৰ কৃতজ্ঞতা।

২৬ জানুৱাৰী, ১৯৮৭
ডিব্ৰুগড় বিশ্ববিদ্যালয়

ড° কৰবী ডেকা হাজৰিকা

## সূচীপত্র

অধ্যায়—ক

## প্ৰস্তাৱনা : নৱ-বৈষ্ণৱ ধৰ্ম আন্দোলনৰ প্ৰসাৰত মাধৱদেৱৰ বিশিষ্ট ভূমিকা

অসমৰ নৱ-বৈষ্ণৱ ধৰ্ম আন্দোলনৰ গুৰি ধৰোঁতা দুই মহান ব্যক্তি শংকৰদেৱ আৰু মাধৱদেৱক মহাপুৰুষ বুলি বিশেষ আসনত প্ৰতিষ্ঠিত কৰা হৈছে। অসমীয়া মানুহৰ সামাজিক আৰু চিন্তা-জগতত এই দুই মহাপুৰুষৰ বাবেৰহনীয়া অৱদানৰ কথা কম কথাতে কৈ অন্ত কৰিব নোৱাৰি। ৰামানন্দ, কবীৰ, বল্লভ, নামদেৱ আৰু চৈতন্যৰ দৰে শংকৰদেৱে অসমত প্ৰচাৰ কৰিছিল প্ৰেম-ভক্তিৰ অভিনৱ ধৰ্মমত। এই ধৰ্মমত প্ৰচাৰত তেওঁৰ যাই সহযোগী আছিল মাধৱদেৱ—যাৰ সহায় আৰু উদ্যমৰ অবিহনে নৱ-বৈষ্ণৱ আন্দোলন হয়তো ইমান সফল নহ'লহেঁতেন।

শংকৰদেৱৰ অনুগামী প্ৰতিজনেই আছিল ভক্তি-ধৰ্মৰ প্ৰসাৰৰ বাবে যত্নপৰ। তেওঁলোকে নানা সত্ৰ স্থাপন কৰি আৰু নানাজনক দীক্ষিত কৰি নৱ-বৈষ্ণৱ আদৰ্শ বিয়পাই তুলিছিল। তাৰে দুই-এজনে কেতিয়াবা মূল সুঁতিৰ পৰা আঁতৰি পিছলৈ নিজা সম্প্ৰদায়ৰ সৃষ্টি কৰিলেও বেছিভাগেই আছিল মূলৰ সম্প্ৰীতি আৰু বিশ্বাসৰ ভাৰ অটুট ৰখাৰ পক্ষপাতি। এওঁলোকৰ মাজৰে শ্ৰেষ্ঠ পুৰুষ আছিল মাধৱদেৱ। প্ৰভাৱশালী ব্যক্তিত্ব, বিচক্ষণতা আৰু দূৰদৰ্শীতাৰ মিশ্ৰণেৰে মাধৱদেৱে গঢ় দিছিল নৱ-বৈষ্ণৱ ধৰ্মৰ প্ৰকৃত সংগঠনৰ আৰু নিকপ্‌কপীয়াকৈ বান্ধি উলিয়াইছিল তাৰ ভিতৰুৱা প্ৰতিটো ৰীতি-নীতি।

মহাপুৰুষ মাধৱদেৱৰ জীৱন আৰু চিন্তাৰ বিষয়ে আলোচনা কৰিবলৈ হ'লে কেইটিমান বিশেষ উপাদানৰ সহায় লব লগীয়া হয়।

তাৰে ভিতৰত প্ৰথমটি হ'ল চৰিত—সাহিত্য। দ্বিতীয়তে, সত্ৰসমূহৰ ইতিবৃত্ত আৰু বৈষ্ণৱ সম্প্ৰদায় কিছুমানৰ বিৱৰণমূলক ইতিহাসেও গুৰু-দুজনাৰ জীৱন-কাহিনী বহন কৰে। ইয়াৰ বাহিৰেও পোৱা যায় সন্দেহযুক্ত মূলৰ দুই-এখন পুথি, যিবোৰত শংকৰ-মাধৱৰ বিষয়েও নানা কথাৰ অৱতাৰণা কৰা হয়। পিছে এনেবোৰ পুথিৰ বিষয়-বস্তু গ্ৰহণ বা বৰ্জন কৰাৰ সময়ত যথেষ্ট সাৱধানতা অৱলম্বন কৰা প্ৰয়োজন। কাৰণ এইবোৰৰ সত্যাসত্য বুজা টান। মহাপুৰুষ দুজনাৰ সম-সাময়িক বুৰঞ্জীসমূহতো তেওঁলোকৰ জীৱনৰ কোনো কোনো দিশৰ বেঙনি ফুটি উঠা দেখা যায়।

এই কথা লক্ষণীয় যে কেৱল মাধৱদেৱৰ জীৱন-কাহিনী লৈ ৰচনা কৰা কোনো সুকীয়া চৰিত পাবলৈ নাই। জীৱন-কালত শংকৰদেৱৰ ছাঁ হৈ থকাৰ দৰে চৰিতৰ মাজতো শংকৰদেৱৰ জীৱন-কাহিনীৰ লগে লগেহে মাধৱদেৱৰ জীৱনীয়ে ঠাই পাইছে। কেতিয়াবা অৱশ্যে গুৰু শংকৰৰ কথাতকৈ মাধৱৰ প্ৰসংগই অধিক গুৰুত্ব পোৱাও দেখা যায়। আধুনিক সাহিত্যতো একেই কথা। পণ্ডিত সকলে যাইকৈ শংকৰদেৱৰ কথা আলোচনা কৰোঁতেহে মাধৱদেৱৰ জীৱন আৰু অৱদানৰ কথা আলোচনাৰ মাজলৈ আনিছে। মাধৱদেৱৰ প্ৰতিভা আৰু চিন্তা সম্পৰ্কে আজিলৈকে অসমীয়া সাহিত্যত আশানুৰূপ আলোচনা হোৱা নাই।

পুৰণি চৰিত-পুথিসমূহ হাতত লৈ মাধৱদেৱৰ জীৱন-কাহিনীৰ সমল বিচাৰিলে চকুত পৰে পুথিসমূহৰ ভিতৰত দুটা ধাৰা, পুৰণি আৰু নতুন। চৰিত-পুথিসমূহৰ উৎপত্তিৰ লগতো মাধৱদেৱৰ নাম জড়িত আছে। শংকৰদেৱে তেওঁৰ অনুগামীসকলৰ আগত কৃষ্ণ বা ৰামৰ লীলা-চৰিত ব্যাখ্যা কৰি শুনাইছিল। শংকৰদেৱৰ তিৰোধানৰ পিছত সেই ভাৰ লয় মাধৱদেৱে। ভগৱানৰ লগে লগে শংকৰগুৰুৰ চৰিত-কথাও তেওঁ ভকতৰ আগত বিবৰি কৈছিল। পিছত যেতিয়া মাধৱদেৱৰো তিৰোভাৱ ঘটিল, ভকতসকলে শংকৰ-গুৰুৰ লগে লগে

মাধৱক চৰো চৰিত ভুলিবলৈ ধৰে। এয়ে হ'ল চৰিত-তোলা প্ৰথা। মুখে মুখে চলি অহা চৰিতবোৰ পিছলৈ লিখিত ৰূপ পাই চৰিত-সাহিত্যত পৰিণত হ'ল। প্ৰথমৰ কালে পদ-ছন্দত ৰচিত হোৱা চৰিত-পুথিবোৰ পিছলৈ কথাতো ৰচিত হবলৈ ধৰে। লক্ষণৰ কালৰ পৰা পুৰণি পুথিবোৰ বেছি নিৰ্ভৰযোগ্য। কাৰণ এইবোৰ ৰচনা কৰা হৈছিল গুৰুদুজনাৰ বেছি ওচৰ চপা কালত। শংকৰ-মাধৱৰ গাত ঈশ্বৰত্ব আৰোপ কৰা, অলৌকিক উপাদানৰ প্ৰয়োগ কৰা আদি ভক্তি আৱেগৰ লক্ষণ এইবোৰ পুথিৰ বৈশিষ্ট্য। পুৰণি অসমৰ ধৰ্মীয়, সামাজিক আৰু অৰ্থনৈতিক জীৱনৰ ছবি ইয়াৰ মাজেদি প্ৰকাশ পায়। পুৰণি আৰ্হিৰ চৰিতপুথিৰ ৰচকসকল হ'ল দৈত্যাৰি ঠাকুৰ, ভূষণ দ্বিজ, ৰামানন্দ দ্বিজ আৰু বৈকুণ্ঠ দ্বিজ। পিছৰ কালৰ চৰিতৰ ভিতৰত 'কথা-গুৰু-চৰিত', 'বৰদোৱা-চৰিত' আৰু ৰামচৰণ ঠাকুৰৰ ভণিতাৰ 'শংকৰচৰিত'ৰ নাম উল্লেখযোগ্য।

চৰিত-পুথিৰ পিছৰ কাললৈ আহিলে আৰু এক শ্ৰেণীৰ জীৱনী-সাহিত্য লগ পোৱা যায়। ইয়াৰে যিখিনি প্ৰাচীন পৰম্পৰাৰ পুথি, তাৰে দুখনিমান হ'ল ৰাধিকা মিশ্ৰৰ 'সন্তাৱলী', গোবিন্দ দাসৰ 'সৎ-সম্প্ৰদায়-কথা', বিভূনাথৰ এটকা মহন্তৰ ঝুণা ইত্যাদি। নব্য পৰম্পৰাৰ জীৱনীসমূহৰ ভিতৰত প্ৰথমেই আছে লক্ষ্মীনাথ বেজবৰুৱাৰ "শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ"ৰ নাম। বেজবৰুৱাৰ ৰচনাতে পোণ-প্ৰথমে আধুনিক ৰীতিৰ জীৱন-বিশ্লেষণ দেখা যায়। এওঁৰ পিছতে আছে বাণীকান্ত কাকতি, বিৰিঞ্চিকুমাৰ বৰুৱা আৰু কালিৰাম মেধিৰ নাম। এই সকল পণ্ডিতৰ দ্বাৰা শংকৰ-মাধৱৰ চিন্তা আৰু প্ৰতিভাৰ নানা দিশ বিস্তৃতভাৱে আলোচিত হৈছে। শংকৰী সাহিত্য-সংস্কৃতিৰ সাৰ্থক গৱেষক ড° মহেশ্বৰ নেওগে এই ক্ষেত্ৰত উল্লেখযোগ্য অৱদান আগবঢ়াইছে। তেখেতৰ "শংকৰদেৱ এণ্ড হিজ টাইমছ, এ ষ্টাডি অন দি বৈষ্ণৱ ফেইথ এণ্ড মুভমেণ্ট অৱ আচাম" নামৰ গ্ৰন্থখনি এই প্ৰসংগত উল্লেখযোগ্য।

দুয়োজনা গুৰুৰ নিজস্ব ৰচনাসমূহৰ পৰাও তেওঁলোকৰ জীৱনী আৰু সাহিত্যকৰ্মৰ বিষয়ে নানা কথা জানিব পাৰি। এইক্ষেত্ৰত মাধৱদেৱৰ ৰচনা পিছে শংকৰদেৱৰ ৰচনাতকৈ বেছি অন্তৰ্মুখী। গুৰুৰ দৰে সাধাৰণতে তেওঁ নিজৰ ব্যক্তিগত জীৱনৰ পৰিচয় দাঙি নধৰে। 'দীন', 'দাস', 'মূৰুখ-মতি' ইত্যাদি বিনম্ৰ বিশেষণেৰেহে তেওঁ নিজকে বুজায়। তেওঁৰ সাহিত্য-কৰ্মৰ মাজেদি যাইকৈ বিৰিঙি উঠে বিভিন্ন সময়ত হোৱা তেওঁৰ মানসিক অৱস্থাৰ বিচিত্ৰ পৰিবৰ্তনৰ বেঙনি। কেতিয়াবা প্ৰকাশ পায় সম-সাময়িক সমাজৰ কিছুমান ৰীতি-নীতি বা বিশেষ শ্ৰেণীৰ মানুহৰ প্ৰতি তেওঁৰ মনোভাব। 'নাম-ঘোষা', 'জন্মৰহস্য' আৰু 'নাম-মালিকা'ৰ নাম এই প্ৰসংগত লব পাৰি।

**শংকৰদেৱৰ আদৰ্শ প্ৰচাৰত মাধৱদেৱ :**

শংকৰ-মাধৱে ধৰ্ম-প্ৰচাৰ কৰাৰ সময়ত সমাজ আছিল অন্ধ-বিশ্বাস, কু-সংস্কাৰেৰে ভৰা। ধৰ্মৰ নামত নানা অন্যায়, অত্যাচাৰ আৰু ব্যভিচাৰে সাধাৰণ লোকক জুলাকলা কৰিছিল।[১] তেনে পৰিৱেশতে শংকৰদেৱে প্ৰচাৰ কৰিলে পৰম নিৰ্মল নাম-ধৰ্ম। শংকৰ-মাধৱ দুয়োজনে ঘোষণা কৰিলে যে "কেৱল ভক্তিত মাত্ৰ তুষ্ট হোন্ত হৰি।" যাগ-যজ্ঞ, বলি-বিধানৰ আড়ম্বৰ তথা নিষ্ঠুৰতাৰ পৰা ৰক্ষা পাই আৰু শান্ত-কোমল প্ৰেম-ভক্তিৰ সোৱাদ পাই সৰ্বসাধাৰণ ৰাইজে নতুন জীৱন পালে। শংকৰদেৱে ঘোষণা কৰিলে যে বিষ্ণুহে একমাত্ৰ উপাস্য দেৱতা, অন্য দেৱ-দেৱীক পূজা কৰাৰ প্ৰয়োজন নাই। বিষ্ণুভক্তিৰ বাবে উচ্চবৰ্ণ বা বিশিষ্ট শাস্ত্ৰ-জ্ঞানো অত্যাৱশ্যকীয় নহয়। একান্ত ভক্তিৰ দ্বাৰা ভগৱান বিষ্ণুৰ কৃপা সহজে পাব পাৰি। ভক্তিৰ নৱবিধ প্ৰকাৰৰ ভিতৰত শ্ৰৱণ আৰু

---

১। মহেশ্বৰ নেওগৰ 'শংকৰদেৱ এণ্ড হিজ টাইমছ' দ্ৰষ্টব্য।

কীৰ্তনক মহাপুৰুষ দুজনাই আগঠাই দিছিল। একশৰণ, নাম-কীৰ্তন আৰু একান্ত ভক্তি হ'ল এই নতুন ধৰ্মমতৰ মূল বক্তব্য। সমাজৰ সকলো শ্ৰেণীৰ মানুহৰ মনতে এই ধৰ্মমতে জোঁকাৰ তুলিছিল।

ধৰ্ম-প্ৰচাৰৰ মাধ্যমৰূপে দুয়োজনা মহাপুৰুষে সাহিত্য-সংস্কৃতিৰ অনুপম সম্পদ কিছুমানৰ সৃষ্টি কৰিছিল। সেইবোৰৰ ভিতৰত শংকৰদেৱৰ সাহিত্য-প্ৰতিভাৰ যিমান আলোচনা হৈছে মাধৱদেৱৰ সেই পৰিমাণে হোৱা নাই। অথচ গুৰুত্বৰ ফালৰ পৰা মাধৱদেৱৰ সাহিত্য-সম্ভাৰৰ মূল্য অসীম।

নৱ-বৈষ্ণৱ আন্দোলনৰ ক্ৰম বিকশিত ৰূপটোৰ ছবি আঁকিবলৈ গ'লে মাধৱদেৱৰ যত্ন আৰু নিৰ্দেশত কেনেকৈ এটি বিশাল সম্প্ৰদায় অসংখ্য সত্ৰ-অনুষ্ঠানৰ দ্বাৰা শৃংখলিত হৈ পৰিল সেই কথা মনলৈ আহে। এই প্ৰসংগতে তাৰ এটি আলোচনা আগবঢ়োৱা হ'ল।

শংকৰদেৱৰ পৰা ধৰ্মগুৰুৰ দায়িত্ব কান্ধ পাতি লোৱাৰ পিছত মাধৱদেৱে বিভিন্নজনক ধৰ্মাধিকাৰ পাতি দিশে দিশে ধৰ্মপ্ৰচাৰ কৰিবলৈ দিয়ে, তেওঁলোক হ'ল—

বৰ বিষ্ণু আতা—এওঁৰ আদি নাম আছিল কংসাৰি আৰু বাসস্থান আছিল ব্ৰহ্মপুত্ৰৰ উত্তৰে বৰ কৰাইবাৰী নামৰ ঠাইত। ঠাকুৰ আতাৰ যোগেদি মাধৱদেৱৰ সংস্পৰ্শলৈ আহি এওঁ গুৰুজনাৰ প্ৰিয়পাত্ৰ হৈ পৰে আৰু বিষ্ণু নামেৰে দীক্ষিত হয়। মালচা নামে ঠাইত বিষ্ণু আতাই প্ৰথমে সত্ৰ পাতিছিল। পিছত চমৰীয়াতো তেওঁ সত্ৰ স্থাপন কৰে। এই সত্ৰত পুৰীৰ জগন্নাথ মন্দিৰৰ আৰ্হিত বছৰেকত এবাৰকৈ মুছলিম সকলক প্ৰৱেশৰ অনুমতি দিয়া হয়।[২] গাৰোৰ গোবিন্দ আতৈৰো এই সত্ৰৰ লগত সম্পৰ্ক আছিল বুলি বিশ্বাস কৰা হয়।

---

২। 'শংকৰদেৱ এণ্ড হিজ টাইমছ,' পৃঃ ১৩৬

মথুৰাদাস বুঢ়া আতা—এওঁ আছিল মাধৱদেৱৰ এজন থাই শিষ্য। আদি বাসস্থান আছিল আহোম ৰাজ্যৰ অন্তৰ্ভুক্ত ধনা-খোকোৰা নামে ঠাই। নানা সংঘাতৰ পিছত বৰপেটাৰ তাঁতিকুছিত তাঁতি ব্যৱসায়ত থকাৰ কালত এওঁ মাধৱদেৱক লগ পায় বৃন্দাবনী বস্ত্ৰ বোৱাৰ সময়ত। ওঠৰজন নগৰীয়াৰে সৈতে গোপাল ওৰফে মথুৰাদাস পোনতে আছিল চৈতন্য পন্থাৰ সেৱক। ঠাকুৰ আতাৰ উপদেশত মাধৱদেৱৰ ওচৰত শৰণ লোৱাৰ পিছত এওঁ মনে-প্ৰাণে ভক্তি ধৰ্মৰ সেৱক হৈ পৰে। মথুৰাদাস আছিল এজন সাৰ্থক প্ৰচাৰক আৰু সফল সংগঠক। মাধৱদেৱে তেওঁক বৰপেটা সত্ৰৰ অধিকাৰ পদত নিয়োগ কৰাৰ পিছত এই সত্ৰ হৈ পৰে বৈষ্ণৱ ভক্তসকলৰ উৎসাহ-উদ্দীপনাৰ থল। নব-বৈষ্ণৱ ধৰ্মৰ বহুতো ভিতকৰা সংস্কাৰ মথুৰাদাস বুঢ়া আতাৰ দিনতে সাধিত হয়।

গোপাল আতা—ভৱানীপুৰীয়া গোপাল আতা আছিল মাধৱদেৱৰ এজন প্ৰিয় শিষ্য। এওঁ কালজাৰত সত্ৰ প্ৰতিষ্ঠা কৰিছিল আৰু পিছত বাৰজন আচাৰ্য্যক ধৰ্ম-প্ৰচাৰৰ কামত নিয়োজিত কৰিছিল। ইয়াৰে ছয়জন আছিল অ-ব্ৰাহ্মণ আৰু ছয়জন আছিল ব্ৰাহ্মণ। এওঁলোক হ'ল—

| অ-ব্ৰাহ্মণ অধিকাৰ সকল | এওঁলোকৰ পৰা বঢ়া সত্ৰসমূহ |
|---|---|
| ১। যদুমণি ( জ্যেষ্ঠ )— | বাঁহবাৰী, দিহিং বা শিলিখাতল, নমাটি, লেংড়ি, সৰমৰা, থল, তেলপানী |
| ২। যদুমণি ( কনিষ্ঠ )— | গজলা বা সোকাজান, আমতলা, চিৰাতীয়া |
| ৩। অনিৰুদ্ধ— | মায়ামৰা ( বা মোৱামৰীয়া ) |
| ৪। নাৰায়ণ— | দহঘৰ, হালধীঘাট, চকলা, কঠালকুচি |
| ৫। সনাতন— | নগৰীয়া ( বা ন ঘৰীয়া ) |
| ৬। কৃষ্ণানন্দ— | ( সত্ৰ নাই ) |

**ব্ৰাহ্মণ অধিকাৰসকল**

| | | |
|---|---|---|
| ১। | শ্ৰীৰাম— | আইঁতগুৰি, কৰতিপাৰ |
| ২। | মুৰাৰি— | চবাইবাহী |
| ৩। | ৰামচন্দ্ৰ— | খোৰামোচৰ |
| ৪। | পুৰুষোত্তম— | কাথপাৰ |
| ৫। | সন্ন্যাসী ৰাম— | ইকৰাজান |
| ৬। | বৰ গুৰু ( কৃষ্ণ )— | সত্ৰ নাই |

কোনো কোনো লিখকে এই তালিকাতে এই কেইটি নামো ভৰাবলৈ বিচাৰে[৩]—

| | |
|---|---|
| পৰমানন্দ— | হাবুং-সত্ৰ |
| পূৰ্ণানন্দ— | উজনীয়া-সত্ৰ |
| সনাতন— | দলৈৰ-পো-সত্ৰ |
| সৰু গুৰু ( কৃষ্ণ )— | ( সত্ৰ-নাই ) |

**বদলুৱা পদ্ম আতা**—পদ্ম আতাই মাধৱদেৱক লগ পায় কোচ-বেহাৰত। এওঁ আদিতে আছিল ৰজাঘৰীয়া সৈন্যদলৰ বাকৰতী আৰু ভকলাৰ লগত ৰণ দিবলৈও গৈছিল। ৰণৰ বিভীষিকাই তেওঁৰ মনত বৈৰাগ্যৰ সৃষ্টি কৰে আৰু ধৰ্মৰ প্ৰতি তেওঁৰ মন ঢাল খায়। মনৰ এনে অৱস্থাত তেওঁ মাধৱদেৱক লগ পায় আৰু ভক্তি ধৰ্মত দীক্ষিত হয়। প্ৰসিদ্ধ কমলাবাৰী সত্ৰৰ এওঁ প্ৰতিষ্ঠাতা। পিছলৈ এওঁৰ নিৰ্দেশতে আৰম্ভ হোৱা অসংখ্য সত্ৰৰ এখনি হ'ল জবাবাৰী সত্ৰ।

**ভাটৌকুছিয়া কেশৱচৰণ আতা**—কাচিকটা নদীৰ পাৰত ভাটৌ-কুছি গাঁৱত আছিল এওঁৰ বাসস্থান। মাধৱদেৱৰ যশৰ কথা শুনি তেওঁ বৰবিষ্ণু আতাৰ যোগেদি গুৰুজনাক লগ ধৰে আৰু ভক্তি ধৰ্মত দীক্ষিত হয়। কামৰূপৰ পৰা কোচবেহাৰলৈ তেওঁ মাধৱদেৱৰ লগে লগে গমন কৰিছিল আৰু গুৰুজনাৰ জীৱনৰ অন্তিম

৩। 'শংকৰদেৱ এণ্ড হিজ টাইমছ', পৃঃ ১৩৮-১৩৯

দিনলৈকে তেওঁৰ লগ এৰা নাছিল। এওঁ প্ৰতিষ্ঠা কৰে মধুপুৰ আৰু ভাটৌকুচি সত্ৰ। এওঁৰ তিনিজন আজ্ঞা পোৱা শিষ্য জয় আতা, জগজীৱন আতা আৰু দামোদৰ আতাই প্ৰতিষ্ঠা কৰে যথাক্ৰমে বৰজহা, চকলা আৰু ভোগপুৰ সত্ৰ।

**ৰামচৰণ ঠাকুৰ**—ৰামদাস আৰু উৰ্বশীৰ সন্তান, ভাগিন ৰামচৰণ আছিল মাধৱদেৱৰ প্ৰিয় শিষ্য। কোনো এক প্ৰসংগত ৰামচৰণক তেওঁ একমাত্ৰ যোগ্য শিষ্য বুলিও কৈ থৈ গৈছে।[৪] শংকৰদেৱক মাধৱদেৱে যি ধৰণে সেৱা শুশ্ৰূষা কৰিছিল, সেইদৰেই ৰামচৰণেও মাধৱদেৱৰ শেষৰ দিনকেইটা শুশ্ৰূষাৰে ভৰাই তুলিছিল। নাট্যকাৰ, গীতিকাৰ, সু-পাঠক আৰু সু-লিপিকাৰ ৰামচৰণে প্ৰতিষ্ঠা কৰিছিল গুৱাগছা সত্ৰ।

**শ্ৰীহৰি**—শ্ৰীহৰিয়ে প্ৰতিষ্ঠা কৰিছিল মাজুলিৰ লাইআটি সত্ৰ। মাধৱদেৱৰ সান্নিধ্যত চৈধ্যবছৰ থাকি এওঁ পূব অঞ্চলত ধৰ্ম-প্ৰচাৰৰ আজ্ঞা লাভ কৰে।

**অন্যান্য সকল**—লেচাকণীয়া গোবিন্দ আছিল মাধৱদেৱৰ এজন প্ৰিয় শিষ্য। তেওঁ খটৰা বা খাটপাৰ-সত্ৰ প্ৰতিষ্ঠা কৰিছিল। অন্য এজন ভক্ত লক্ষ্মীকান্তই মাধৱদেৱ হাজোত থকা দিনকেইটাত নানা ধৰণে সহায় কৰি গুৰুজনাক সন্তোষ দিছিল।[৫] এওঁ প্ৰতিষ্ঠা কৰে হাজো সত্ৰ, যাৰ শাখা হ'ল ঢোপগুৰি, বৰদধি আৰু সৰুদধি সত্ৰ। মাধৱদেৱে শৰণ দিয়া অন্য এজন মাধৱে প্ৰতিষ্ঠা কৰিছিল হেৰেমদ সত্ৰ। বংশীগোপালদেৱ আছিল মাধৱদেৱৰ এজন প্ৰিয়পাত্ৰ। মাধৱদেৱৰ উপদেশমতে এওঁ দামোদৰদেৱৰ ওচৰত শৰণ লৈছিল আৰু পিছত পৰম আধ্যাত্মিক আনন্দত মাধৱদেৱৰ কাষত কটাইছিল সাতোটি বছৰ। দুয়োজনা গুৰুৰে পৰা তেওঁ পূব অঞ্চলত ধৰ্ম-প্ৰচাৰৰ বাবে আজ্ঞা পাইছিল আৰু বিভিন্ন সময়ত স্থাপন কৰিছিল

৪। দৈত্যাৰি ঠাকুৰৰ চৰিত পুথি, পদ, ১৫২৬
৫। 'কথা-গুৰু চৰিত', পৃঃ ৩০০

বিভিন্ন সত্ৰ। এই অভিযানত নানা বাধা পোৱা সত্বেও তেওঁ কাঁহিকুচি, দেবেৰাপাৰ আদি সত্ৰ প্ৰতিষ্ঠা কৰিছিল।[৬] এই সত্ৰতে তেওঁ প্ৰতিষ্ঠা কৰে শংকৰদেৱে ধুৱাহাটাত থৈ যোৱা মদন-গোপাল বিগ্ৰহ। শক্তিশালী সংগঠক বংশীগোপালদেৱে প্ৰায় বাৰখন সত্ৰ প্ৰতিষ্ঠা কৰে। তেওঁৰ অনুগামীসকলে প্ৰতিষ্ঠা কৰে মাজুলীৰ তিনিখন থাই সত্ৰ আউনিআটি, গড়মূৰ আৰু দক্ষিণপাট।[৭]

মাধৱদেৱৰ এজন ব্ৰাহ্মণ শিষ্য যদুমনি আছিল উজনি অসমত বংশীগোপালদেৱৰ ধৰ্ম-প্ৰচাৰৰ সংগী। যদুমণিদেৱ আৰু তেওঁৰ পুত্ৰ সকলৰ পৰা উদ্ভৱ হোৱা সত্ৰ-সমূহ হ'ল—আধাৰ, মাহৰা, থাৰমৰা, পতিয়াৰী, দোখোৰামুখ আৰু কমলাবৰীয়া।

গতিকে দেখা গ'ল যে মাধৱদেৱৰ অনুপ্ৰেৰণাত সত্ৰ-অনুষ্ঠান সমূহৰ বিশেষ বিকাশ ঘটিছিল। গুৰু শংকৰৰ আদৰ্শ আগত ৰাখিয়েই তেওঁ ধৰ্ম-প্ৰচাৰৰ কাম হাতত লৈছিল। ইয়াৰ বাবে তেওঁ যি সকলক মূল দায়িত্ব দিছিল, তাৰ আটাইকেইজনেই আছিল যোগ্য সংগঠক। তেওঁৰ প্ৰেৰণা আৰু শিক্ষাত এই সকল লোক গীত-নাট ৰচনা আৰু অভিনয়তো নিপুন হৈ উঠিছিল। বিভিন্ন উপলক্ষ্যত সত্ৰ-সমূহত হোৱা নাট্যোৎসৱৰ দ্বাৰা সৰ্বসাধাৰণ ৰাইজে পাইছিল আগতে নোপোৱা আনন্দৰ সোৱাদ।

আড়ম্বৰহীন আৰু সৰল ভক্তি মতৰ প্ৰচাৰ, নামঘৰৰ দুৱাৰ জাতি-বৰ্ণ নিৰ্বিশেষে সকলো লোকৰ বাবে মুকলি কৰা, গীত-নাট আৰু তত্বালোচনাৰে ৰাইজৰ মন পোহৰ কৰা, নব-বৈষ্ণৱ ধৰ্মৰ ভিতকুৰা বান্ধোন সুদৃঢ় কৰা আৰু শংকৰদেৱৰ ধৰ্মীয়-সাহিত্যিক-সাংস্কৃতিক আদৰ্শ বেছি উজ্বল কৰি এইবোৰক যুগমীয়া কৰাৰ বাবেই মহাপুৰুষ মাধৱদেৱ অসমীয়া মানুহৰ চিৰ নমস্য হৈ ৰ'ব।

৬। মহেশ্বৰ নেওগ, ভূমিকা, 'বংশী-গোপালদেৱৰ চৰিত'

৭। 'আউনিআটি সত্ৰৰ বুৰঞ্জী', পৃঃ ৪৭
'দক্ষিণপাট সত্ৰ', পৃঃ ৭

## অধ্যায়—খ

## সংক্ষিপ্ত জীৱন-ছবি

মাধৱদেৱৰ পিতৃভূমি আছিল ধবলা বা ধলেশ্বৰী নদীৰ তীৰৰ বণ্ডুকাৰাজ্য। সেই ঠাই তেতিয়াৰ কামৰূপ ৰাজ্যৰ ভিতৰুৱা আছিল। পিতৃৰ নাম আছিল গোবিন্দগিৰি। অন্যমতেদি,[১] গোবিন্দগিৰিৰ বাসস্থান আছিল কৰ্ণসুবৰ্ণৰ (এতিয়াৰ বাংলাদেশৰ ৰংপুৰ জিলা) দীঘলপুৰ নামৰ ঠাই—যাৰ বাবে তেওঁক দীঘল-পুৰীয়াগিৰিও বোলা হৈছিল। চৰিতপুথিবোৰে মাধৱদেৱৰ পিতৃক নানা নামেৰে বিভূষিত কৰা দেখা যায়। সেইবোৰ হৈছে ৰামকানাইগিৰি, লামকনাগিৰি, দীঘলকনাগিৰি, মহোদৰ ভূঞা ক্ৰমে আৰু গোবিন্দগিৰি ভূঞা। গোবিন্দগিৰিৰ পূৰ্বপুৰুষসকল হ'ল কৃষ্ণভূঞা — বিষ্ণু — গোপাল — কৃপাল — ৰাম — জনাৰ্দন — শ্ৰীৰাম — মুকুন্দ, কথা-গুৰুচৰিতৰ মতে। অন্যমতেদি,[২] ব্ৰহ্মাগিৰি—ধৰ্মগিৰি—অনন্তগিৰি—ভৱগিৰি—বহাইগিৰি—দীঘলপুৰীয়াগিৰি—ৰামকানাই-গিৰি। মাধৱদেৱৰ পিতৃ আছিল বণ্ডুকাৰাজৰ মজিন্দাৰ আৰু এজন পণ্ডিত ব্যক্তি। খুব সম্ভৱ তেওঁ বাৰভূঞাসকলৰ বংশৰে এজন আছিল। শংকৰদেৱৰ পূৰ্বপুৰুষ চণ্ডীবৰৰ লগত কামৰূপলৈ পলাই যোৱা বাৰভূঞা কোনোজনৰে তেওঁ সন্ততি হোৱাটো সম্ভৱ।

গোবিন্দগিৰিৰ প্ৰথমা পত্নীৰ নাম আছিল অমুচিতা। দামোদৰ বা ৰূপচন্দ্ৰ নামৰ এটি শিশু সন্তান এৰি অকালতে তেওঁ মৃত্যুবৰণ কৰে। উপযুক্ত বয়সত দামোদৰক বিয়া দি গোবিন্দগিৰি বৰদোৱালৈ

---

১। বৰুৱা, 'প্ৰাচীন কামৰূপৰ কায়স্থ সমাজৰ ইতিবৃত্ত',—পৃঃ ৪৭

২। অধিকাৰি, অমৃতভূষণ, ভূমিকা: 'শ্ৰীমদ্‌নাম ঘোষা'

আছে আৰু তাতে সাক্ষাৎ পায় শংকৰদেৱৰ পিতৃ কুসুমবৰৰ। বাৰভূঞা বংশৰে এজন বুলি চিনাকি পাই কুসুমবৰে গোবিন্দগিৰিক সম্পৰ্কৰে ছোৱালী এটি বাছি ঘৰ পাতি দিয়ে আৰু বৌটা নদীৰ পাৰত ৰবা পাতি সসম্মানে থয়। এই দ্বিতীয়া পত্নীৰ নাম আছিল মনোৰমা বা মনোহৰী। কিছুদিন সুখে-সন্তোষে থকাৰ পিছত গোবিন্দগিৰিক ভাগ্য-বিপৰ্য্যয়ে লগ ললে। যুদ্ধকালিন অশান্তিত দেশ অস্থিৰ হোৱাৰ লগতে প্ৰবঞ্চকৰ হাতত পৰি তেওঁ সৰ্ব্বস্বান্ত হ'ল। সগৰ্ভা পত্নীৰে সৈতে নানা ঠাইত আশ্ৰয় বিচাৰি ঘূৰাৰ মূৰত তেওঁ আশ্ৰয় পালে আহোম ৰাজবিষয়া হৰিসিঙা বৰাৰ ঘৰত। এই বৰাৰ ঘৰতেই জন্ম হয় মহাপুৰুষ মাধৱদেৱৰ।

মাধৱদেৱৰ জন্ম হয় লক্ষীমপুৰ জিলাৰ নাৰায়ণপুৰৰ লেটেকুপুখুৰী নামে সৰু গাঁৱত। এই ঠাই বিহপুৰীয়াৰ উত্তৰ-পশ্চিমে কাচিকটা আৰু ৰঙাজান নদীৰ মধ্যস্থলত আৰু পিচলা বা দিক্ৰং নদীৰ তীৰত অৱস্থিত।[৩] জন্মৰ দিনবাৰ লৈ চৰিত পুথিবোৰত কিছু পৰিমাণে মতভেদ দেখা যায়। কথাগুৰুচৰিতৰ আৰু বৰদোৱা চৰিতৰ মতে ১৪১১ শকৰ জেঠ মাহত গুৰুজনাৰ আৱিৰ্ভাৱ হয়। কথাচৰিতৰ মতে 'জেঠ মাহ ৰবিবাৰ অমাবস্যা তিথি' আৰু বৰদোৱাচৰিতৰ মতে 'জেঠ মাহৰ পূৰ্ণিমা তিথিত ৰবিবাৰে মধ্যনিশাত' এই আৱিৰ্ভাৱ ঘটে। ৰামানন্দৰ মত বেলেগ, 'শুক্ল নৱমীত জানা বৈশাগে মাসত দিবাভাগে জন্মিলন্ত দুই প্ৰহৰত'।

**দুখেভৰা শৈশৱ**—মাধৱদেৱৰ শৈশৱ আৰু কৈশোৰৰ দিনবোৰ আছিল সুখ-দুখৰ সান মিহলিৰে বিচিত্ৰ। শান্ত-শিষ্ট স্বভাৱৰ চোকা বুদ্ধিৰ ল'ৰা মাধৱে সহজতে সকলোৰে মৰম-চেনেহ লাভ কৰিছিল। খেল-ধেমালিত মগ্ন হৈ থকা লৰালি কালৰে পৰা তেওঁ উজিৰ হৰিসিঙাৰ কৰ কাটল তোলা কাৰ্য্যৰ সংগী হৈছিল। মাধৱৰ গাত এনে

৩। 'পবিত্ৰ অসম', পৃঃ ১২০

কিছুমান দুৰ্লভ গুণৰ সংমিশ্ৰণ ঘটিছিল যে কোনো কোনোৱে তেওঁক ঐশ্বৰিক শক্তি সম্পন্ন শিশু বুলিও ভাবিছিল। তেওঁৰ আছিল মৰম ভৰা উদাৰ হিয়া, নিৰ্ভয় চিত্ত আৰু তীক্ষ্ণ বুদ্ধি। আশ্ৰয়দাতা ৰৰাৰ পৰিয়ালৰ সকলোৱে পৰা তেওঁ গভীৰ চেনেহ আৰু আদৰ-সাদৰ লাভ কৰিছিল। কিন্তু মাধৱৰ ল'ৰালিৰ হাঁহি ভৰা দিনবোৰ বেছি দিন নাথাকিল। গোবিন্দগিৰিয়ে ৰৰাৰ আশ্ৰয়ৰ পৰা আহি নিজা পঁজা এটিত আশ্ৰয় ললে, লগে লগে নানা ধৰণৰ সংকটে এই সৰু পৰিয়ালটোক বেঢ়ি ধৰিলে। আৰ্থিক অনাটন আছিল, আৰু আছিল গোবিন্দগিৰিৰ শৰীৰত 'জিকাৰি' ব্যাধি। সাঁচতিয়া ধনবিত উদং হৈ আছিল। কিশোৰ মাধৱে নিজৰ সৰ্ব শক্তিৰে পিতৃ-মাতৃক সহায় কৰিবলৈ ধৰিলে। কিন্তু সোনকালেই তেওঁলোকৰ বাবে আত্মীয়-স্বজনহীন লেটেকুপুখুৰীত থকাটো অসম্ভৱ হৈ পৰিল—যত সহায় কৰোতা কোনো এজনো নাই। ইজনৰ পিছত সিজন কুটুমৰ তিতা মাত পাই, ভিক্ষা কৰি, বনৰীয়া লাও খাই দুখৰ দুটামান দিন পাৰ কৰাৰ পিছত তেওঁলোকে লেটেকুপুখুৰী এৰাটোকে ঠিক কৰিলে। গোবিন্দগিৰিৰ মনত পৰিল তেওঁৰ পুৰণি বন্ধু হাবুঙৰ ঘাঘৰি মাজিলৈ। ভৰা মতেই মাজিৰ ওচৰ চপাত তেওঁ বন্ধুৰ পৰিয়ালক আদৰি ললে। মাজিৰ আলহ-উদহত বুৰ গৈ এই দুৰ্ভগীয়া পৰিয়াল-টোৱে অৱশেষত স্বস্তিৰ নিশাহ এৰিলে। তাতেই জন্ম হ'ল মাধৱৰ ভগ্নী উৰ্বশীৰ। ডেকা মাধৱেও ক্ৰমে খেতি-খোলাত মন দিলে। মাজিৰ সহায়-সহযোগিতাৰ মাজত তেওঁৰ উপনয়নো উলহ-মালহেৰে হৈ গ'ল। কিছুকাল চিন্তাবিহীনভাৱে কটোৱাৰ পিছত গোবিন্দগিৰি দুটি গধুৰ দায়িত্বৰ প্ৰতি সজাগ হ'ল—সেয়া হ'ল উৰ্বশী আৰু মাধৱৰ বাবে উপযুক্ত দৰা আৰু কইনাৰ সন্ধান কৰা। তেওঁলোক যি ঠাইত আছিল তাত কায়স্থ সমাজ নাই। গতিকে নাও ভৰাই ভোজন-সামগ্ৰী আৰু জীৱন-ধাৰণৰ প্ৰয়োজনীয় বস্তু লৈ তেওঁলোকে দুখৰ-দিনৰ কুটুম মাজিৰ পৰা বিদায় লৈ ৰৌটা-টেম্বুৰানি পালেহি। সেই

ঠাইতে গোবিন্দগিৰিৰ সাক্ষাৎ হ'ল কায়স্থ কুলীয়া সৎমুৰক গয়াপানিৰ লগত আৰু তেওঁলৈকে গোবিন্দগিৰিয়ে উৰ্বশীক উলিয়াই দিলে। এইবাৰ তেওঁলোকে গয়াপানিৰ ঘৰতে কিছুদিনলৈ থিত ললে। গোবিন্দগিৰিৰ এইবাৰ বণ্ডুকাৰ পুৰণি ঘৰখনলৈ মনত পৰিল। গতিকে মনোৰমা আইক জী-জোঁৱাইৰ ঘৰতে এৰি পিতা-পুত্ৰ বণ্ডুকা পালেহি।

মাধৱৰ ছাত্ৰজীৱন বণ্ডুকাতহে আৰম্ভ হয়।[৪] এই সময়ত তেওঁ প্ৰায় কুৰি বছৰীয়া চকল ডেকা। ৰাজেন্দ্ৰ অধ্যাপকৰ ছাত্ৰশালত নাম লিখাই অতি কম সময়তে তেওঁ ন্যায়, তৰ্ক, কাব্য আৰু কায়স্থালি বৃত্তিৰ বহল জ্ঞান লাভ কৰে।

ককায়েক দামোদৰ বা ৰূপচন্দ্ৰ আৰু বৌয়েকৰ মৰম চেনেহৰ মাজত মাধৱৰ দিন আনন্দত পাৰ হৈছিল। ইতিমধ্যে গোবিন্দ-গিৰিৰো মৃত্যু হৈছিল। বণ্ডুকাতে থাকিবলৈ লোৱা মাধৱে এপাকত আহি মাক-ভনীয়েকক পিতৃ বিয়োগৰ বাতৰি দি গ'ল। এই সময়তে মাধৱে বেহা-বেপাৰত মন দিয়ে। পাণ-তামোলেৰে ভৰা নাও লৈ তেওঁ ব্ৰহ্মপুত্ৰৰ বুকুৰে বেপাৰ কৰিছিল। তীক্ষ্ণ বুদ্ধিৰ মাধৱে যতে হাত দিছিল তাতে লাভ কৰিছিল সফলতা। ককায়েক দামোদৰ কিছুদিন অসুখ হৈ পৰি থকাত মাধৱে তেওঁৰ হৈ মজিন্দাৰৰ কাম চলাইছিল—তাতো পাইছিল ভূয়সি প্ৰশংসা। এই সময়তে তেওঁ গৃহস্থী হ'বলৈ মন মেলি নেঘেৰিটিঙৰ ছোৱালী এটিক জোৰোণ পিন্ধায়।[৫]

মাধৱৰ জীৱনৰ চৰম পৰিবৰ্ত্তনৰ এইখিনিতে সূচনা হয়। এই সময়তে তেওঁ লগ পায় মহাপুৰুষ শংকৰদেৱক। এই সাক্ষাতৰ সেতু আছিল গয়াপানি, মাধৱৰ ভনীজোঁৱাই। মাতৃৰ অসুখ নিৰাময়ৰ

৪। বেজবৰুৱাই লিখিছে যে হৰিশিঙা বৰাই নাৰায়ণপুৰতে মাধৱৰ শিক্ষাৰম্ভ কৰাইছিল।

৫। 'শংকৰদেৱ এণ্ড হিজ টাইমছ', পৃঃ ১১০

বাবে দেৱীৰ নামত মাধৱে শুকুলা পঠা আগ কৰিছিল, সেই পঠা অনাৰ ভাৰ দিছিল গয়াপানিৰ ওপৰত। কিন্তু ইতিমধ্যে শংকৰৰ শিষ্যৰ লৈ ৰামদাস নাম লোৱা ভনীজোৱাঁয়েকে নৱবৈষ্ণৱ ধৰ্মৰ শিক্ষা অনুসাৰে ছাগলি আনিবলৈ অমান্তি হ'ল। ফলত দুয়োৰো তৰ্ক লাগিল। মাধৱৰ চোকা যুক্তিক বলে নোৱাৰি ৰামদাসে তেওঁক শংকৰদেৱৰ ওচৰলৈ লৈ গ'ল। দুয়োজন মহাপণ্ডিত—এজন শাক্ত, এজন বৈষ্ণৱ। যুক্তিৰ বাণত কোনেও কাকো সেও মনাব নোৱাৰে। এজনে আনে নিবৃত্তিমাৰ্গ—এজনে প্ৰবৃত্তি মাৰ্গৰ শ্লোকেৰে তাক খণ্ডি পেলায়। অৱশেষত ভাগৱতৰ "যথাতৰোৰ মূলেন: শ্লোক"ৰ দ্বাৰা শংকৰদেৱে মাধৱক জয় কৰিবলৈ সক্ষম হ'ল। নৱবৈষ্ণৱ ধৰ্মৰ মূল আদৰ্শ—একদেৱ সেৱা আৰু-বিষ্ণুৰ শ্ৰেষ্ঠত্ব মানি মাধৱে শংকৰদেৱক গুৰু মানি সেৱা কৰিলে।

এজন নতুন মাধৱ—দেৰকুৰি দুবছৰৰ ডেকা বয়সত মাধৱে শংকৰ দেৱৰ সান্নিধ্য লাভ কৰে। সেয়া আছিল তেওঁৰ বেহা-বেপাৰে জয়জয় ময়ময় সংসাৰত মগ্ন হৈ থকাৰ সময়। ইতিমধ্যে বিবাহৰ কন্যাও স্থিৰ হৈ আছিল। কিন্তু শংকৰ গুৰুৰ সাক্ষাৎ পোৱাৰ দিন ধৰি তেওঁ হৈ পৰিল এজন নতুন মানুহ। গুৰুজনাৰ দ্বাৰা প্ৰবৰ্তিত ধৰ্মমতৰ প্ৰচাৰ আৰু প্ৰসাৰ কৰাই তেওঁৰ জীৱনৰ লক্ষ্য হৈ পৰিল। সাংসাৰিক জীৱনৰ ভোগ-বিলাসৰ প্ৰতি নিস্পৃহ হৈ পৰা মাধৱদেৱৰ বাবে বৈৰাগ্য হৈ পৰিল জীৱন-লগৰী। শংকৰদেৱৰ অনুমতি লৈ তেওঁ হৰলগা বিয়াখনো কৌশলেৰে ভাঙিলে। পিছত, কালিন্দী আইৰ হেঁচাত পৰি গুৰুজনাই নিজেই যেতিয়া মাধৱলৈ ৰুক্মিণী কন্যাক দিয়াৰ কথা উলিয়াইছিল, তেতিয়াও মাধৱে সংসাৰ-বান্ধোনত সোমাবলৈ অস্বীকাৰ কৰি কৈছিল যে গুৰু আৰু গুৰুজনৰ চিন্তাধাৰাৰ সেৱা-সৎকাৰৰ-বাহিৰে অন্য চিন্তাই তেওঁৰ মনত ঠাই নেপায়।*

---

৬। 'দৈত্যাৰি ঠাকুৰৰ চৰিত', পদ নং ৬৮২-৬৮৬
'কথা-গুৰু-চৰিত', পৃঃ ৬৫

সঁচাকৈয়ে, তেওঁ আছিল অদ্ভুতভাৱে নিস্পৃহ ব্যক্তি। সাংসাৰিক ভোগ-বিলাসৰ চিন্তা, অৰ্থৰ প্ৰতি লালসা—এইবোৰে তেওঁৰ মনৰ ত্ৰিসীমাত ঠাই পোৱা নাছিল। ডেকা ব্যৱসায়ী বণ্ডীয়াল মনৰ মাধৱ, শংকৰৰ সান্নিধ্যলৈ আহি এজন ভক্ত বৈষ্ণৱলৈ ৰূপান্তৰিত হ'ল। শংকৰৰ অন্যান্য অনুগামীসকলৰ মাজৰে এজন হৈ তেওঁ নববৈষ্ণৱ মতবাদ প্ৰচাৰৰ বাবে নিজকে উৰ্চগা কৰিলে। এই উৰ্চগা কেৱল দেহ আৰু মনৰে নাছিল—ই আছিল তেওঁৰ প্ৰাণ বা আত্মাৰ একান্ত সমৰ্পণ। তীক্ষ্ণ বুদ্ধিযুক্ত, প্ৰতিভাশালী, সুগায়ক আৰু সুপণ্ডিত মাধৱে শংকৰৰ হৃদয় সম্পূৰ্ণৰূপে জয় কৰিছিল। ভক্তসৱৰ মাজতো মাধৱৰ ব্যক্তিত্ব বিশেষভাৱে জিলিকি আছিল। যিদিন ধৰি শংকৰ-মাধৱৰ মিলন হ'ল, স্বৰূপাৰ্থত সেই দিনৰ পৰাহে ভক্তি-ধৰ্ম আন্দোলনে গা কৰি উঠিছিল। তেওঁৰ সুৰীয়া কণ্ঠস্বৰৰ পৰশত প্ৰতিদিনৰ নাম-কীৰ্তনত অধিক ৰংহন চৰিছিল। কীৰ্তনৰ ধ্বনিয়েই অসংখ্য লোকক দিনে দিনে ধুৱাহাটালৈ আকৰ্ষণ কৰিছিল।

**কোচবেহাৰ যাত্ৰা**—আহোম ৰাজ্যত ভূঞাসকলৰ জীৱন বৰ অস্থিৰ আৰু অনিশ্চিত আছিল। ৰজা চুহুংমুঙৰ দিনত এবাৰ হাতী ধৰা কামত ভূঞা সকলবো পাল পৰিল। পিছে উদণ্ড বনৰীয়া হাতী পলাই যোৱাত ভূঞাসকলৰ জগৰ ধৰি শিৰোমণি ভূঞা শংকৰদেৱক ধৰি নিবলৈ ৰজাই মানুহ পঠিয়ালে। ৰজাৰ মানুহে শংকৰক নাপাই তেওঁৰ জোঁৱাই হৰি আৰু শিষ্য মাধৱক ধৰি নিলে। বিচাৰত হৰিৰ শিৰচ্ছেদ হ'ল, পিছত কান্দোতা নাই বুলি মাধৱৰ শাস্তি নহলেও প্ৰায় এবছৰ কাল তেওঁ ৰাজধানীত আবদ্ধ হৈ থাকিব লগা হ'ল।[৭] এই সময়ছোৱা তেওঁ মেছাগৰ পুখুৰীৰ পাৰত জুপুৰি সাজি ভিক্ষা কৰি প্ৰবৰ্ত্তিছিল,[৮] এজন

৭। দৈত্যাৰি ঠাকুৰৰ চৰিত, পদ নং ৪২১-৪২৬

৮। 'বেজবৰুৱা গ্ৰন্থাৱলী', ১ম খণ্ড, পৃষ্ঠা নং ২৫১

সন্দিকৈৰ ঘৰত ৰামায়নো পাঠ কৰিছিল।[১] শুদ্ধ, সৎ স্বভাৱৰ বাবে ৰাজ-কৰ্মচাৰীৰ চকুত পৰি শেষত তেওঁ নিজ ঠাইলৈ ঘূৰি অহাৰ অনুমতি পায়।

ইমানদিন তীব্ৰ চিন্তা আৰু অশান্তি লৈ থকা শংকৰদেৱে মাধৱক পুণৰ পাই নতুন জীৱন পোৱাৰ দৰে হ'ল। কিন্তু আহোম ৰজাৰ এনে অবিচাৰ আৰু অত্যাচাৰে তেওঁৰ মন টেঙাই পেলালে। তাতে তেওঁৰ কাণত পৰিল কোচ ৰজা নৰনাৰায়ণৰ সুবিচাৰ, পাণ্ডিত্য আৰু সজ্জন-প্ৰীতিৰ কথা। গতিকে অনুগামীসকলক লৈ শংকৰদেৱে কোচ ৰাজ্যলৈ যাত্ৰা কৰিলে। মাধৱেও মাক আৰু ৰামদাসৰ পৰিয়ালৰে সৈতে গুৰুজনাৰ অনুগামী হ'ল।

ভক্ত সকলৰ এই যাত্ৰা নানা অসুবিধাৰে পূৰ্ণ আছিল। অ'ত ত'ত বৈ বৈ বাহৰ পাতি যোৱাৰ পিছত কপলাবাৰী নামে ঠাইত দলটো ছয়মাহৰ বাবে ৰয়। তাতে মাধৱদেৱৰ মাতৃ মনোৰমা আইৰ পৰলোক ঘটে। ইয়াৰ পিছত মাধৱ আৰু ৰামদাস চকিয়া মাজী নামে এজন সৎলোকৰ ঘৰত ৰাৰাদী নামৰ ঠাইত ৰয়গৈ, শংকৰদেৱ আগবাঢ়ে চুণপোৰালৈ। চুণপোৰাতে মাধৱদেৱে সাক্ষাৎ পায়— পিছলৈ প্ৰিয়বন্ধু হৈ পৰা ভবানন্দ সাউদৰ—শংকৰদেৱে যাৰ নাম দিয়ে নাৰায়ণ দাস। ৰাৰাদীত মাতৃ শ্ৰাদ্ধ সমাপ্ত কৰাৰ পিছত মাধৱে গণককুছিত থাকিবলৈ লয়। শংকৰদেৱ ইতিমধ্যে পাটবাউসিত থিতাপি লাগিছিল। মাধৱদেৱে গণককুছিৰ পৰা দিনৌ অহা-যোৱা কৰি গুৰুজনাৰ লগত প্ৰসংগত ভাগ লৈছিলহি।

**তীৰ্থ যাত্ৰা**—১৫৫০ শকত মাধৱদেৱ তীৰ্থলৈ ওলায়। সংগী আছিল শংকৰ গুৰুৰ উপৰিও আৰু ছকুৰি ভকত। প্ৰধানকৈ বৃন্দাবন দৰ্শন কৰাৰ ইচ্ছাৰেহে শংকৰদেৱে এই তীৰ্থযাত্ৰাৰ আয়োজন কৰিছিল। কিন্তু কালিন্দী আইৰ চিন্তা আছিল সেইটো কথাতে—

১। ৰামানন্দৰ চৰিত্ৰ, পদ নং ৭২৯

বৃন্দাবন পালে গুৰুজনা কিজানিবা ঘূৰি নহা হয়। গতিকে বিশ্বাসৰ পাত্ৰ মাধৱকে তেওঁ শংকৰদেৱক বৃন্দাবনলৈ নোযোৱাকৈ ৰখাৰ ভাৰ দিলে। শংকৰ-মাধৱৰ এই তীৰ্থযাত্ৰাৰ বৰ্ণনা চৰিত পুথিবোৰত বিস্তৃতভাৱে দিয়া হৈছে। প্ৰায় কিলাক চৰিতেই তেওঁলোকে চৈতন্যৰ সাক্ষাৎ পোৱাৰ কথা কয়, যুক্তিৰ ফালৰ পৰা বিচাৰ কৰিলে যিটো অসম্ভৱ। কাৰণ ইতিমধ্যেই চৈতন্যৰ তিৰোধান ঘটিছিল। ৰামানন্দ, হৰিব্যাস আদহে নালাগে পুৰাণ-ভাৰতৰ চৰিত্ৰৰ নামো চৰিতকাৰসকলে মহাপুৰুষ দুজনে সাক্ষাৎ পোৱাৰ কথা উল্লেখ কৰিছে। তীৰ্থযাত্ৰাৰ কাহিনীত এইবোৰ কল্পনাৰ অতিৰঞ্জন। কবীৰৰ নাতিনীয়েকক আৰু ৰূপ সনাতনৰ ভাগিনীয়েকক লগ পোৱাৰ কথা প্ৰায়বোৰ পুথিতে আছে।

তীৰ্থযাত্ৰাৰ সুদীৰ্ঘ কালছোৱাত মাধৱদেৱে যিদৰে গুৰু সেৱা কৰিছিল—সি আজিও সাধুকথাৰ দৰে চিত্তাকৰ্ষক। গুৰুৰ সৰ্ববিধ সুখ-স্বাচ্ছন্দ্যৰ প্ৰতি লক্ষ্য ৰখাই আছিল তেওঁৰ প্ৰধান কাম। গুৰুজনাৰ মন যোগাই মনে বিচৰা গীত-মাত ঠাইতে ৰচি গাই শুনাব পৰা, কথাৰ আঁত ধৰি জটিল ধৰ্মালোচনাক সৰল কৰিব পৰা, সংকটৰ সময়ত উপস্থিত বুদ্ধিৰে সংকট মোচন কৰিব পৰা মাধৱদেৱ আছিল তীৰ্থযাত্ৰীৰ মাজত মধ্যমণি। শংকৰ-পত্নীৰ অনুৰোধ মনত ৰাখি তেওঁ শংকৰদেৱক কৌশলেৰে বৃন্দাবন যাত্ৰাৰ পৰা বিৰত কৰিলে। পুৰীত কিছুদিন কটোৱাৰ পিছত তীৰ্থযাত্ৰী সকলে ঘৰমুৱা যাত্ৰা আৰম্ভ কৰি পাটবাউসি পালেহি।

গুৰু মাধৱ—কোচ বেহাৰত থকা দিনকেইটা শংকৰ-মাধৱৰ ছাঁলেৰেই পাৰ হৈছিল। মাধৱৰ দৰে কৰ্মঠ সহযোগী এজন পাই শংকৰদেৱে তেওঁৰ ভক্তি আন্দোলন সফলতাৰে বিয়পাই দিছিল। দুয়োজনা গুৰুৱে ৰচনা কৰিছিল নানা গীত, নাট, কাব্য আৰু ভক্তি আলোচনামূলক গ্ৰন্থ। সাহিত্যক ধৰ্ম প্ৰচাৰৰ বাহন কৰি লোৱাৰ লগে লগে তাৰ আকৰ্ষণত পৰি দিনৌ অসংখ্য লোক এই

নতুন ধৰ্মমতৰ লগত চিনাকি হৈছিল। বিশেষকৈ মহাৰাজ নৰ-নাৰায়ণ আৰু সেনাপতি চিলাৰায়ৰ ভক্তি শ্ৰদ্ধাই শংকৰদেৱক এক নিৰাপদ আৰু সম্মানৰ আসনত প্ৰতিষ্ঠিত কৰিছিল। বিৰোধী সকলৰ সকলো অভিসন্ধি বাৰ্থ্ৰ বাবে উফৰি পৰিছিল। গুৰুজনাৰ প্ৰতিভা, পাণ্ডিত্য আৰু ব্যক্তিত্বৰ জিলিকনি দেখি ৰজা নৰনাৰায়ণেও তেখাৰ ওচৰত দীক্ষা লোৱাৰ ইচ্ছা প্ৰকাশ কৰে। কিন্তু ৰজা, কৰ্ম কৰা ব্ৰাহ্মণ আৰু তিকতাৰ গুৰু হবলৈ অস্বীকাৰ কৰা শংকৰদেৱে ৰজাৰ অনুৰোধ বিনীতভাৱে প্ৰত্যাখ্যান কৰে। ৰজাই বাৰে বাৰে অনুৰোধ কৰি থকাৰ অৱস্থাতে শংকৰদেৱৰ তিৰোধান ঘটে। অন্তিম সময়ত তেওঁৰ ওচৰত আছিল বৰপুত্ৰ ৰামানন্দ। ৰামানন্দৰ আগত তেওঁ মাধৱদেৱকে তেওঁৰ ধৰ্মীয় উত্তৰাধিকাৰ ৰূপে মানি লবলৈ কৈ যায়। শংকৰদেৱৰ এই উত্তৰাধিকাৰ নিৰ্বাচন আছিল সম্পূৰ্ণ অগতানুগতিক আৰু দূৰদৃষ্টিসম্পন্ন মনৰ পৰিচায়ক। বৰপুত্ৰ ৰামানন্দ বা ভাতৃসকলক ধৰ্মৰ ভাৰ নিদি অনাত্মীয় মাধৱক এই গুৰুভাৰ দিয়াৰ কাৰ্যই বহুতকে ক্ষুণ্ণ কৰিছিল। তাতে দামোদৰ বিপ্ৰ, অনন্ত কন্দলি, ৰামৰাম গুৰু আদি ব্ৰাহ্মণসকল থাকোতেও কায়স্থ মাধৱৰ নিৰ্বাচনত ব্ৰাহ্মণ শিষ্যসকলৰো এচাম অসন্তুষ্ট হৈছিল। শংকৰদেৱৰ অভিজ্ঞ মনে মাধৱৰ মাজত এজন দেহ-মন উৎসৰ্গাকৃত সেৱক, কঠোৰ পৰিশ্ৰমী সুসংগঠক, ধৰ্ম-দৰ্শন-সাহিত্য-সংগীত বিশাৰদ আৰু নিৰ্মল দৃঢ় চৰিত্ৰৰ ব্যক্তি বিচাৰি পাইছিল বাবেই তেওঁক ধৰ্মীয় আচাৰ্যৰ পদত থাপি নিশ্চিন্ত বোধ কৰিছিল। স্বাভাৱিক কাৰণতেই তেজৰ সম্পৰ্ক বা উচ্চবৰ্ণৰ প্ৰতি তেওঁ মনোযোগ দিয়া নাছিল। গুৰুজনাৰ এই সিদ্ধান্ত সদৰি কৰা হয় তেখাৰ শ্ৰাদ্ধৰ দিনা সমূহ ভক্তৰ আগত। ভক্তসৱেও, যি সকলে ইতিমধ্যেই মাধৱদেৱক শংকৰদেৱৰ সমানেই সম্মান কৰিবলৈ আৰম্ভ কৰিছিল, অতি আনন্দেৰে মাধৱদেৱক গুৰু মানি প্ৰণাম কৰে।

এইদৰেই মাধৱদেৱৰ কান্ধত পৰে শংকৰদেৱে এৰি থৈ যোৱা

গুৰুভাৰ। যদিও অধিকসংখ্যক লোকেই তেওঁৰ শিষ্যত্ব মানি লৈছিল তথাপিও তেওঁ ধৰ্মাধিকাৰ হৰবে পৰা এবছৰৰ ভিতৰতে বৈষ্ণৱ-সংগঠনত বিভাজনে দেখা দিয়ে। ইয়াৰ মূলতে আছিল দামোদৰ গুৰুৰ অসন্তোষ। খুব সম্ভৱ শংকৰদেৱৰ ধৰ্মীয় উত্তৰাধিকাৰ হ'বলৈ দামোদৰদেৱে মনতে আশা পুহিছিল। কিন্তু তেওঁৰ সহকৰ্মী কায়স্থ মাধৱে এই গুৰু দায়িত্ব পোৱাত তেওঁ ক্ষুণ্ণ হৈ পৰে। মাধৱৰ শিষ্যসকলৰে মাজৰ এজন হৈ থাকিবলৈ টান পাই তেওঁ ফালৰি কাটি নিজা দল এটি সংগঠন কৰে। সেই দলত যোগ দিয়ে কেইবাজনো কৰ্মকাণ্ডি ব্ৰাহ্মণ আৰু মাধৱৰ অধীনস্থ হ'বলৈ নোখোজা শংকৰদেৱৰ আত্মীয়ই। শংকৰদেৱৰ শ্ৰাদ্ধলৈ নিমন্ত্ৰণ পায়ো দামোদৰদেৱ নহা কাৰ্যই মাধৱদেৱৰো মনত ক্ৰোধৰ সৃষ্টি কৰিছিল। দুয়োজনৰে মনোমালিন্য প্ৰায় বিবাদতে পৰিণত হৈছিলগৈ। ফলত শংকৰদেৱৰ তিৰোধানৰ প্ৰায় লগে লগেই মাধৱদেৱ সন্মুখীন হৈছিল সংগঠনৰ ক্ষেত্ৰত ঘটা প্ৰথমটো বিপৰ্য্যয়ৰ।

মাধৱদেৱে পোনতে গণককুছিৰ বাসস্থানৰ পৰাই পাটবাউসিত থকা শংকৰদেৱৰ বিধবা পত্নী আৰু বোৱাৰীহঁতৰ খা-খবৰ কৰিছিল। শংকৰৰ অবিহনে অনাথিত হৈ পৰা এই পৰিয়ালটোৰ প্ৰধান সহায় আৰু সাহস আছিল মাধৱদেৱ। গতিকে শংকৰ পত্নীৰ একান্ত অনুৰোধত গুৰুজনা প্ৰায় এবছৰকাল পাটবাউসিত থাকি তেওঁলোকক নানা প্ৰকাৰে সহায় কৰিছিল। কিন্তু নানা কাৰণত মাধৱদেৱ তাত থাকিবলৈ সুথুজি সুন্দৰীদিয়ালৈ আহে। ইয়াতে তেওঁৰ জীৱনৰ এডোখৰ গুৰুত্বপূৰ্ণ সময় পাৰ হয়। প্ৰায় বাৰবছৰ কাল সুন্দৰীদিয়াত থাকি তেওঁ নৱবৈষ্ণৱ আন্দোলনক অধিক শক্তিশালী কৰি তোলে। ভকত সকলৰ মাজৰ পৰা নিৰ্ভৰযোগ্য আৰু প্ৰয়োজনীয় দক্ষতাসম্পন্ন লোকক বাছি বাছি সিবিলাকক তেওঁ ঠায়ে ঠায়ে ধৰ্মপ্ৰচাৰৰ ভাৰ দিয়ে। সেই সকল ব্যক্তিৰ পৰা বঢ়া অসংখ্য সত্ৰ অনুষ্ঠানে শংকৰদেৱৰ দ্বাৰা প্ৰচাৰিত ধৰ্মমতৰ ভেটি সুদৃঢ় কৰে। তদুপৰি

এইসকল ব্যক্তিৰ কোনো কোনোৱে গুৰুদুজনাৰ আৰ্হিত গীত মাতো৷ ৰচনা কৰিছিল। ফলত গীত-মাতৰ ক্ষেত্ৰতো এই সময়ত মানুহৰ উছাহ আৰু আকৰ্ষণ বৃদ্ধি পাইছিল। মহাপুৰুষৰ স্বৰচিত গীত-মাটবোৰ ইতিমধ্যেই শ্ৰেষ্ঠ আকৰ্ষণৰ বস্তু হৈ পৰিছিল। সুন্দৰীত থকাৰ সময়ছোৱাৰ ভিতৰতে কিছুমান ঠাই ভ্ৰমণ কৰি তেওঁ অসংখ্যলোকক বৈষ্ণৱ ধৰ্মত দীক্ষিত কৰে। যি ঠাইলৈকে তেওঁ গৈছিল, তাতে সীমাহীন লোকে উবুৰি দি ধৰিছিল। হাজো, বিজয়পুৰ আদি ঠাইলৈ যোৱাৰ পিছত তেওঁ বিপক্ষসকলৰ মুখবন্ধ কৰিবলৈ নীলাচললৈও যায়। অৱশ্যে তেওঁ কামাখ্যা দৰ্শন কৰা নাছিল।

সুন্দৰীত থাকি সংগঠনৰ কাম সুকলমে কৰিলেও কোনো কোনো দুষ্টলোকৰ কুবাক্যই তেওঁৰ মনৰ শান্তি হৰিছিল। গতিকে প্ৰিয়ভক্ত মথুৰাদাসৰ আমন্ত্ৰণ মতে তেওঁ তাঁতিকুছিলৈ আহি তাতে থাকিবলৈ লয়। তাঁতিকুছি ভক্তসকলৰ বাবে পৰম আকৰ্ষণৰ কেন্দ্ৰ হৈ পৰিল। ইয়াতে গুৰুজনাই ভক্তসকলৰ সহযোগত এটি আটকধুনীয়া হৰিমন্দিৰ নিৰ্মাণ কৰে। এইটোক বোলা হৈছিল 'ৰঙীয়াল ঘৰ' বা 'নটুৱা ঘৰ'। পূৰ্বতে শংকৰদেৱে মাধৱদেৱৰ বৰ ঘৰ কৰি নটুৱা নচুৱাবলৈ নিষেধ কৰিছিল যদিও মাধৱে এই ৰঙীয়াল ঘৰ নিৰ্মাণ কৰে নাৰায়ণদাসৰ পৰামৰ্শত।[১০] কাৰণ নাৰায়ণদাসৰ তীক্ষ্ণ দৃষ্টি সম্পন্ন মনে বুজিছিল যে যি সময়ত দামোদৰদেৱে নিজা সত্ৰ পাতি মানুহক আকৰ্ষণ কৰিবলৈ যত্ন কৰিছে, অন্য বিদ্বেষী সকলেও গুৰুধৰ্মত চেকা পেলাবলৈ যত্ন কৰি আছে, এনে সময়ত মানুহক ওচৰ চপাবলৈ একোটা চমকলগা উপায়ৰ প্ৰয়োজন। এই বিশেষ গৃহটি হেঙুল-হাইতাল-বালিচন্দাৰ বুলনিত আৰু নিপুণ কাৰুশিল্পৰ প্ৰয়োগত অভিনৱ ধৰণৰ আছিল। গতিকে সৰ্বসাধাৰণক-

১০। 'কথা-গুৰু-চৰিত', পৃঃ ৪৪৩

আকৰ্ষণ কৰি ভক্তি ধৰ্মত দীক্ষিত কৰাত ই বিশেষ ভূমিকা লৈছিল। ইয়াত অনুষ্ঠিত কৰা ঝুমুৰা আৰু নটুৱা নাচে মানুহৰ মন আনন্দ আৰু বিস্ময়ত অভিভূত কৰিছিল। সবাতোকৈ অভিনৱ আছিল "ৰাম যাত্ৰা"ৰ অভিনয়। অনুগামী গোপালআতা আৰু বিষ্ণু আতাৰে সৈতে মিলি অসংখ্য গীত-মাত ৰচনা কৰি মাধবদেৱে এই সময়ত তাঁতিকুছিত এক সাংস্কৃতিক বাতাবৰণৰ সৃষ্টি কৰিছিল। মাধৱদেৱ আৰু তেওঁৰ দ্বাৰা প্ৰচাৰিত ধৰ্মমতৰ জয়জয় ময়ময়ে ভক্তসকলক উৎফুল্লিত কৰিলেও এচাম বিদ্বেষীলোক যে অসন্তুষ্ট হোৱা নাছিল এনেও নহয়। তেনেলোকে নানাপ্ৰকাৰে মাধৱদেৱৰ কুৎসা ৰটনা কৰাতে ক্ষান্ত নাথাকি ৰজা ৰঘুদেৱৰ ওচৰতো ভুৱা কথাৰে গোচৰ দিলেগৈ। তেওঁলোকৰ মতে মাধৱদেৱে এটা সোণ-ৰূপৰ ঘৰ সজাইছে আৰু যুৱতী ছোৱালী নচুৱাইছে। এই অভিযোগৰ সত্যাসত্য বিচাৰৰ বাবে ৰজাই সুৰানন্দ নামে এজন বিষয়া আৰু এদল চিপাহী বৰপেটালৈ পঠিয়ালে। সুৰানন্দ আছিল এজন অসৎ প্ৰকৃতিৰ বিষয়া। ছলাহী কথাৰে গুৰুজনাৰ কাষ চাপি ৰঙীয়াল ঘৰত তেওঁ 'দধিমথন' আৰু নটুৱা নাচ চাবলৈ সোমাল। ভক্তসকলো তাতে সমবেত হ'লহি। ইতিমধ্যে ভক্ত সকলৰ বহাত সোমাই ৰজাঘৰীয়া চিপাহীয়ে বয়-বস্তু হাত কৰি আৰু ভাঙি-ছিঙি অন্ত কৰিলে। সুৰানন্দই যেতিয়া দেখিলে যে নটুৱা গৃহৰ 'সোণ' আৰু 'ৰূপ' বোৰ বালিচন্দা আৰু ৰাংপতাৰ বাহিৰে একো নহয়, আৰু 'গাভৰু' বোৰো কৃত্ৰিম চুলি, কৃত্ৰিম বক্ষ আৰু তিৰোতাৰ সাজেৰে চেমনীয়া লৰাহে মাথোন—তেওঁ অভিযোগৰ ভিত্তিহীনতা লগে লগে বুজি পালে। কিন্তু তেওঁ আছিল লোভী আৰু অশিষ্টলোক। ৰঙীয়াল ঘৰৰ ভিতৰতে গুৰু আৰু ভক্ত সকলক দুৱাৰ মাৰি আৱদ্ধ কৰি তেওঁ দুহেজাৰ টকা দাবী কৰিলে। কিন্তু মাধৱদেৱৰ হাতত ইমান টকা থাকিবই বা কেনেকৈ? টকা দিব নোৱাৰাত সুৰানন্দই দুজনমান ভক্তৰে সৈতে বন্দী মাধৱক ৰাজধানীলৈ আনিলে।

তাত তেওঁলোকক থাকিবলৈ দিয়া হ'ল বাখৰ ভাণ্ডাৰত। এইখিনিতে সময়ত চকীয়া মাজি নামে সৎ লোক এজনে মাধৱদেৱক নানা প্ৰকাৰে সহায় কৰিছিল। এইবাৰলৈ মাধৱদেৱ ৰজাৰ ওচৰলৈ যাব লগা নহ'ল, কাৰণ অভিযোগৰ ভিত্তিহীনতা ইতিমধ্যেই প্ৰকাশ পাইছিল। মহাপুৰুষজনাক সসম্মানে ঘূৰাই পঠোৱাৰ উপৰিও ভকতসকলৰ অপহৃত সা-সম্পত্তি পুনৰ ঘূৰাই দিয়া হ'ল। ইয়াৰ পিছত বৰপেটালৈ অহাৰ পথত মাধৱদেৱৰ ওচৰত ওৰেবাটে হাজাৰ হাজাৰ লোকে শৰণ লয়। কিন্তু তেওঁ আহি বৰপেটা পোৱাৰ আগতেই সুৰানন্দই পুনৰ আহি ভক্তসকলক নানাভাৱে অত্যাচাৰ কৰি যায়। এই ঘটনাত গুৰুজনাই মৰ্মান্তিক আঘাত পায়। বৰপেটা পাওঁতেই উৰা-বাতৰি শুনা গ'ল যে ৰজা ৰঘুদেৱে মাধৱদেৱক ধৰিবলৈ আকৌ সুৰানন্দক পঠিয়াইছে। এই বাতৰি শুনি মহাপুৰুষজনাই এইবাৰ কোনোমতেই ধৰা নিদিবলৈ স্থিৰ কৰিলে আৰু ৰাতিৰ আন্ধাৰত বাৰজন ভক্ত লগত লৈ সুন্দৰী পালেগৈ। সুন্দৰীত ভাগিন ৰামচৰণে তেওঁক এডোখৰ নিৰ্জন ঠাইত বহাপাতি থাপিলে। এই সময়তে লাহে লাহে ওলাল যে উৰাবাতৰিটোৰ সঁচাকৈয়ে সত্যতা নাই। মাধৱদেৱে এইবাৰ নিজঞালে হৰিকথা চৰ্চ্চা কৰিবৰ বাবে এটুকুৰা পূণ্যভূমি বিচাৰি ৰজালৈ বাৰ্ত্তা পঠালে। দুষ্টলোকে ছল চায়েই আছিল। তেওঁলোকে ৰজাক বুজালে বোলে পূণ্যভূমি হ'ল বৃন্দাবন, গতিকে মাধৱদেৱক তালৈকে পঠোৱা হওক। ৰজায়ো তাতে হয়ভৰ দি মাধৱদেৱক বৃন্দাবনলৈ যাবলৈ আজ্ঞা দিয়াত ভক্ত সমাজত হাহাঁকাৰ লাগি পৰিল। কাৰণ এই আজ্ঞা আছিল নিৰ্বাসনৰে নামান্তৰ। শেষত যেনিবা সজলোকৰ বুজনিত ৰজাই গুৰুজনাক হাজোত থাকিবলৈ আজ্ঞা দিলে। হাজোলৈ আহি মাধৱদেৱৰ ধৰ্মমতে বিশাল প্ৰসাৰতা লভিলে। অসংখ্য লোকৰ সমাগমত হাজো উখল-মাখল হৈ পৰিল। পূণ্যভূমি হাজো ইতিমধ্যেই প্ৰসিদ্ধ আছিল হয়গ্ৰীৱ মাধৱৰ মন্দিৰৰ বাবে। এতিয়া মহাপুৰুষ জনাৰ অৱস্থানৰ

পিছত এই স্থানৰ আকৰ্ষণ দুগুণে বৃদ্ধি পালে। মন্দিৰৰ মাধৱে নাম পালে 'মৰা মাধৱ' আৰু মহাপুৰুষ জনাক বোলা হ'ল 'জীয়া মাধৱ।'[১১] অসংখ্য প্ৰজাৰ দল্‌দোপত হাজো তল-ওপৰ হ'ল, সকলোৰে ইচ্ছা মহাপুৰুষক এবাৰ দৰ্শন কৰি অমূল্য বাণী শুনি কৃতাৰ্থ হোৱা। মন্দিৰৰ বিগ্ৰহ দৰ্শনতকৈও গুৰুজনাৰ প্ৰতি মানুহৰ আগ্ৰহ বৃদ্ধি পোৱাত মাধৱদেৱে যুক্তিসংগতভাৱেই চিন্তা কৰিলে যে ইয়াৰ ফলত হয়তো পুৰোহিত শ্ৰেণী বিতুষ্ট হ'ব ; আৰু তেওঁলোক বিতুষ্ট হোৱা মানেই গুৰুধৰ্ম প্ৰচাৰত পুণৰ বাধা। গতিকে ভৃগু নামে এজন অনুগত ব্ৰাহ্মণৰ সহযোগত সোণকোষ নৈ পাৰ হৈ ৰজাঘৰীয়া পৰীয়াৰ চকুত কৌশলেৰে ধূলি দি মহাপুৰুষে কোচবেহাৰ পালেগৈ।

কোচবেহাৰতো মাধৱদেৱে অসীম সম্মান আৰু জনসাধাৰণৰ সমাদৰ লাভ কৰিলে। ৰজা লক্ষ্মীনাৰায়ণৰ অনুমতিক্ৰমে বহা সাজি কীৰ্তন-ঘৰ পাতি ছয় মাহ থকাৰ পিছত ভেলা মধুপুৰত তেওঁ সত্ৰ পাতিলে। এনে সময়তে দেশত উপস্থিত হ'ল ভয়ংকৰ দুৰ্ভিক্ষ। ভিক্ষালৈ ওলাই যোৱা ভক্তসকল শুদা হাতে উভতিব লগাত পৰিল। গুৰুজনাও চিন্তাত পৰিল, কিদৰে ভকতসকলৰ সুব্যৱস্থা কৰা হব বুলি। পিছে তেৰাৰ দুঃচিন্তাৰ অৱসান ঘটাবলৈ যেই ঠাইৰ আঢ্যৱন্ত লোকসকল আগবাঢ়ি আহিল আৰু গুৰু ভকতৰ স্বাচ্ছন্দ্যৰ বাবে দান-বৰঙণি গোট খুৱালে।

কোচ বেহাৰৰ ৰাজবিষয়া আৰু অন্তঃপুৰৰ মহিলাসকলৰ পৰা মাধৱদেৱে যথেষ্ট শ্ৰদ্ধা লাভ কৰিছিল। বিৰূপাক্ষ কাজী নামে প্ৰধান বিষয়া এজন প্ৰথম অৱস্থাত গুৰুজনাৰ অতিশয় গুণমুগ্ধ লোক আছিল। কিন্তু এবাৰ যেতিয়া তেওঁৰে দুজন আত্মীয়ই মাধৱদেৱৰ ওচৰত শৰণ লোৱাৰ পিছত অ-শৰণীয়া কাজীৰ ঘৰত অন্ন গ্ৰহণ কৰিবলৈ অমান্তি হ'ল, কাজী অতিশয় অসন্তুষ্ট হৈ পৰিল আৰু

১১। দৈত্যাৰি ঠাকুৰৰ চৰিত, পদ নং ১৪৬৪

তেওঁৰে অসন্তোষে আঘাত কৰিলে গুৰুজনাৰ ধৰ্মমতত। সম্মানৰ উচ্চ আসনত থকা মাধৱদেৱক কেনেদৰে অৱনমিত কৰিব পৰা যায় তাকে তেওঁ দিনে নিশাই চিন্তা কৰিবলৈ ধৰিলে। বঙ্গদেশৰ কোনো এজন মাধৱ নামৰ পণ্ডিতৰ লগত তেওঁ মাধৱদেৱৰ তৰ্ক সভাৰ আয়োজন কৰিলে। পিছে মহাপুৰুষ জনাৰ পাণ্ডিত্য আৰু ব্যক্তিত্বৰ আগত সিজনাৰ ক্ষুদ্ৰতা ইমান পৰিষ্কাৰকৈ ফুটি উঠিল যে বাদ এৰি সিজন 'মঠ জুৰি বহিল'। গুৰুজনাৰ এই বিজয় বিদ্বেষীসকলৰ অসহ্য হোৱাত সভাতে হাই-উৰুমি কৰি নানা অশালীন বাক্যৰে তেওঁলোকে অশান্তিৰ সৃষ্টি কৰিবলৈ ধৰিলে। মাধৱদেৱৰ লগতে থকা ডেকা ৰামচৰণেহে তেওঁলোকক উচিতভাৱে শান্ত কৰিলে।

মাধৱদেৱৰ জনপ্ৰিয়তাই বিৰূপাক্ষ কাজীৰ উদ্বিগ্নতা দিনে দিনে বৃদ্ধি কৰিবলৈ ধৰিলে। গুৰুজনাৰ ধৰ্মমতৰ বহু কথা, বিশেষকৈ মহেশতকৈ বিষ্ণুক শ্ৰেষ্ঠ বোলাৰ কথা তেওঁৰ সহ্য হোৱা নাছিল। ৰজাক মন্ত্ৰণা দি তেওঁ পুণৰ এখন তৰ্কসভাৰ আয়োজন কৰিলে অন্য এজন ভাটিৰ ফালৰ পণ্ডিতৰ লগত। এইখন সভাত মাধৱদেৱে নৱবৈষ্ণৱ ধৰ্মৰ মূলনীতি আৰু নামধৰ্মৰ শ্ৰেষ্ঠত্ব সম্পৰ্কে ইমান যুক্তিনিষ্ঠভাৱে নিজৰ বক্তব্য প্ৰকাশ কৰিলে যে গুৰুজনাৰ ধৰ্মমতেই অভ্ৰান্ত বুলি মানিবলৈ সকলো বাধ্য হ'ল। ৰজা লক্ষ্মীনাৰায়ণেও গুৰুজনাক অশেষ প্ৰশংসা কৰি নৱবৈষ্ণৱ ধৰ্মক ৰাজধৰ্ম বুলি স্বীকৃতি দিলে।

**শেষৰ দিন কেইটা**—ঘাত-প্ৰতিঘাতেৰে পৰিপূৰ্ণ জীৱনৰ শেষৰ দিন কেইটা মাধৱদেৱে আপেক্ষিকভাৱে শান্তিত কটাইছিল। ৰজাঘৰৰ স্বীকৃতি আৰু সহযোগে তেওঁৰ ধৰ্মপ্ৰচাৰত নতুন শক্তি যোগাইছিল। ৰাজঅন্তেষপুৰৰ দেৱকুৰি মাদৈকে প্ৰমুখ্য কৰি আইধাই আৰু ৰাজবিষয়া সকলে দলে দলে নতুন ধৰ্মত দীক্ষা লৈছি-লহি। গুৰুজনাৰ মতবাদৰ এনে জয়জয় ময়ময় অৱস্থাত বিৰূপাক্ষ কাজীৰ দলেও কোনো প্ৰকাৰৰ অপকাৰ কৰাৰ সুযোগ পোৱা নাছিল। সকলো ফালেই বিৰাজ কৰিছিল সম্মান আৰু সমাদৰ।

মানসিক শান্তিৰ এইছোৱা সময়তে গুৰুজনাৰ দ্বাৰা দুটি মহৎ কাৰ্য সম্পাদিত হয়। তাৰে এটি হৈছে ইতিমধ্যে ৰচনা কৰি উলিওৱা ঘোষাসমূহৰ এটি চূড়ান্ত ৰূপ দি তাক পুথিৰ আকাৰে সজাই উলিওৱা। তেওঁৰ আধ্যাত্মিক জীৱনৰ অভিজ্ঞতা আৰু অনুপম প্ৰতিভাৰ সংমিশ্ৰণত ৰচিত এই ঘোষাবোৰৰ সৰহ ভাগেই ৰচিত হৈছিল সুন্দৰীত থকা সময়ছোৱাত। এই সময়তে এইবোৰক ক্ৰম অনুসৰি সজোৱা হয়। দ্বিতীয়টি কাম হ'ল শংকৰদেৱৰ মহান সৃষ্টি কীৰ্ত্তন-ঘোষা সংকলন কৰা। এইখনি পুথিৰ বিভিন্ন খণ্ডবোৰ ইতিমধ্যে নানা ঠাইতে সিঁচৰতি হৈ আছিল। শংকৰদেৱৰ জীৱন কালত এইবোৰ সংগ্ৰহ কৰা হোৱা নাছিল। মাধৱদেৱে তেওঁৰ ভাগিন ৰামচৰণক এই খণ্ডবোৰ গোটাই আনিবলৈ উপদেশ দিয়ে আৰু ৰামচৰণেও সেইমতে সকলো খণ্ড অশেষ কষ্ট কৰি সংগ্ৰহ কৰি আনি উচিত মতে সজাই পৰাই তোলে। প্ৰকৃততে এই কামটি আছিল অতিশয় কঠিন। ৰামচৰণৰ দ্বাৰা এনে এটি মহৎ আৰু প্ৰয়োজনীয় কাম কৰোৱাটো মাধৱদেৱৰ অন্যতম কৃতিত্ব। কোচবেহাৰতে মাধৱদেৱে ৰচনা কৰে 'নাম-মালিকা।' পুৰুষোত্তম গজপতি ৰচিত মূল সংস্কৃত পুথিৰ পদানুবাদ এই পুথি তেওঁ বিৰূপাক্ষ কাজিৰ অনুৰোধত ৰচনা কৰে। পিছে, নিজেই উল্লেখ কৰা মতেই, এই অনুবাদ কাৰ্যত তেওঁ অলপো মানসিক তৃপ্তি লাভ কৰা নাছিল—যিদৰে লাভ কৰিছিল 'নাম ঘোষাৰ ৰচনা কালত।

গুৰু শংকৰে দি যোৱা ধৰ্মাচাৰ্যৰ গধুৰ দায়িত্ব পালন কৰাত মাধৱদেৱ আছিল অতিশয় উপযুক্ত আৰু সদায়ে সক্ৰিয়। তেওঁ আছিল এজন শক্তিশালী সংগঠক। চউকাশে আৱৰি থকা অসংখ্য অনুগত লোকৰ মাজত কাৰ ভিতৰত কেনে প্ৰতিভা লুকাই আছে তেওঁ নিৰ্ভুলভাৱে বিচাৰি উলিয়াব পাৰিছিল। ফলত তেওঁ সৃষ্টি কৰিছিল এচাম নাট্যকাৰ, গীতিকাৰ আৰু সংগঠন শক্তি থকা লোকৰ। এই সকল লোকৰ সম্মিলিত প্ৰচেষ্টাত নৱ বৈষ্ণৱ ধৰ্মই দিনে দিনে

গা-কবি উঠিছিল। ঠায়ে ঠায়ে স্থাপিত হৈছিল অসংখ্য সত্ৰ। গীত-ভাওনাৰ উথল মাথলত ধৰ্মৰ লগে লগে কলা সংস্কৃতিও উথলি উঠিছিল। পিছে মাধৱদেৱৰ বাবে আটাইতকৈ টান কাম আছিল এজন ধৰ্মীয় উত্তৰাধিকাৰী মনোনয়ন কৰাটো। কোনো এক উপলক্ষত এবাৰ তেওঁ শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ শিৰত মালা পিন্ধাই সমাজৰ মাজত উচ্চ আসন দিছিল।[১২] অন্য এবাৰ তেওঁ কৈছিলে যে—[১৩] শংকৰদেৱৰ কনিষ্ঠ পুত্ৰ হৰিচৰণ আৰু নিজা ভাগিন ৰামচৰণেহে কেৱল হৰি কীৰ্ত্তনত তেওঁক প্ৰতিনিধিত্ব কৰিব পাৰিব। কিন্তু প্ৰকৃত অৰ্থত উত্তৰাধিকাৰীক মনোনয়ন দিবলৈ তেওঁ যথেষ্ট চিন্তাত পৰিছিল। এইক্ষেত্ৰত শংকৰদেৱৰ সুবিধা আছিল মাধৱদেৱতকৈ বেছি। কাৰণ সমস্ত শিষ্যৰে ভিতৰত যোগ্যবান আৰু বহু গুণী ব্যক্তি ৰূপে জিলিকি থকা মাধৱক তেওঁ সহজেই নিৰ্বাচন কৰিব পাৰিছিল। কিন্তু মাধৱদেৱে ইতিমধ্যে বাৰ জন থাই থাই শিষ্যক বিভিন্ন ঠাইত সত্ৰ পাতি ধৰ্ম-প্ৰচাৰৰ আজ্ঞা দিছিল যদিও গুৰুৰ আসন ল'ব পৰা গুণী, প্ৰতিভাসম্পন্ন আৰু সংগঠন শক্তি থকা কোনো ব্যক্তিকেই বিচাৰি পোৱা নাছিল। তেওঁৰ অনুগতসকলৰ কেইবাজনো আছিল প্ৰায় সম-পৰ্য্যায়ৰে গুণী ব্যক্তি। তাৰে এজনক মনোনয়ন দিলেও বাকীকেইজনে মনোকষ্ট পাব। গতিকে মহাপুৰুষজনাই এটা অভিনৱ উপায় গ্ৰহণ কৰিলে। তেওঁৰ আধ্যাত্মিক জীৱনৰ সমস্ত অভিজ্ঞতা গোটাই ৰচনা কৰা আৰু পিছৰ পুৰুষলৈ দিব লগা সকলো শিক্ষা আৰু উপদেশ সন্নিবিষ্ট কৰা 'নামঘোষা' পুথিখনকে তেওঁ ভক্ত সমাজলৈ আগবঢ়ালে তেওঁৰ প্ৰতিনিধি হিচাপে।

শেষৰ দিনকেইটাত গুৰুজনে গোটেই জীৱনৰ ভিতৰতে শান্তিৰ মুখ দেখিছিল। আধ্যাত্মিক চিন্তাধাৰাই তেওঁক এখন অপাৰ্থিব

১২। 'কথা-গুৰু চৰিত,' পৃঃ ৪২৬

১৩। দৈত্যাৰি ঠাকুৰৰ চৰিত, পদ নং ১৫২৪

জগতৰ সন্ধান দিছিল। নৱ বৈষ্ণৱ ধৰ্ম্ম সুপ্ৰতিষ্ঠিত হোৱাত আৰু ৰজাঘৰে, প্ৰজাঘৰে সমাদৰ লাভ কৰাত সেই কালেও চিন্তাৰ কাৰণ নাছিল। এনে সময়তে ৰজা লক্ষ্মীনাৰায়ণে গুৰুজনাৰ ওচৰত শৰণ লোৱাৰ ইচ্ছা প্ৰকাশ কৰে। পিছে সেই ইচ্ছা কাৰ্য্যকৰী হোৱাৰ আগতেই মহাপুৰুষৰ তিৰোভাৱ ঘটে ১৫১৮ শকৰ ভাদমাহৰ শুক্লা দ্বিতীয়াত।

———

## অধ্যায়—গ

## মাধৱদেৱ ঃ—প্ৰতিভাৰ নানা দিশ

বহুমুখী প্ৰতিভাৰ বিচিত্ৰ সমাৱেশৰ ক্ষেত্ৰত মাধৱদেৱক তুলনা কৰিবলৈ পাৰি একমাত্ৰ শংকৰদেৱৰ লগতহে। সমসাময়িক কালত এনে বিৰল প্ৰতিভাৰ গৰাকী দ্বিতীয়জন ব্যক্তি আৰু নাছিল। শংকৰ-মাধৱ দুয়োজনেই আছিল একাধাৰে শাস্ত্ৰজ্ঞ, পণ্ডিত, গীতিকাৰ, নাট্য-কাৰ, কবি, বিশিষ্ট কলাকাৰ আৰু প্ৰখ্যাত ধৰ্মগুৰু। মাধৱদেৱ আছিল এজন সু-গায়কো। তেওঁৰ সাহিত্যিক জীৱন আৰম্ভ হৈছিল শংকৰ-দেৱৰ জীৱনকালতে। গুৰুজনৰ ছাঁৰ দৰে থকা মাধৱদেৱৰ সাহিত্য সৃষ্টিকৈ ধৰি সমগ্ৰ কাৰ্য্যৰ মূলতে আছিল শংকৰদেৱৰ অনুপ্ৰেৰণা আৰু উপদেশ। তেওঁৰ অনুবাদ ৰীতিও আছিল প্ৰিয় গুৰুৰ ৰীতিৰ অনুসৰণ। মাধৱদেৱৰ প্ৰতিভা আৰু দক্ষতাৰ ওপৰত শংকৰদেৱৰ ইমানেই আস্থা আছিল যে নিজে হাতত লবলৈ বিচৰা একাধিক পুথি ৰচনাৰ কামো তেওঁ প্ৰিয় শিষ্যজনলৈ এৰি গৈছিল।

মাধৱদেৱৰ আছিল ঠাইতে ৰচি গীত গাব পৰা এটি বিৰল প্ৰতিভা। গুৰু শংকৰৰ অনুৰোধত, বিশেষকৈ তীৰ্থ যাত্ৰাৰ কালছোৱাত, নানা গীত ৰচনা কৰি গাই তেওঁ সহযোগীসকলক মনোৰঞ্জনৰ খোৰাক যোগাইছিল। মাধৱদেৱৰ গীতসমূহ আছিল, বহুক্ষেত্ৰতে শংকৰ-দেৱৰ গীততকৈ বেছি জনপ্ৰিয়। ভক্তিতত্বৰ জটিল বিষয়বস্তু কোমল আৰু সোৱাদলগা ভাষাত দাঙি ধৰিবলৈ পৰাতে এইবোৰৰ থাই আকৰ্ষণ। বেদান্ত দৰ্শন বা ভাগৱত পুৰাণৰ গভীৰ তথ্য একোটাও তেওঁ ইমান নিমজভাৱে সাধাৰণ শ্ৰোতালৈ আগবঢ়ায় যে, কেৱল সাংগীতিক গুণতে আকৃষ্ট হৈও নানাজনে তেওঁৰ ওচৰ চাপে। এনে লোকসকলৰ মনত নিজৰ অজানিতেই সোমাই পৰে ভক্তিধৰ্মৰ মূল বীজসমূহ।

মাধৱদেৱৰ কাব্যিক প্ৰতিভাৰ শ্ৰেষ্ঠতম নিদৰ্শন পোৱা যায় গীত-সমূহৰ উপৰিও 'ৰাজসূয়' কাব্যত আৰু 'নামঘোষা' পুথিৰ কেইটামান ঘোষাত। ভক্তি-সম্প্ৰদায়ৰ কবি হিচাপে মাধৱদেৱৰ প্ৰতিভাৰ শ্ৰেষ্ঠ-তম বিকাশ ঘটিছে 'নামঘোষা' পুথিত। ভগৱৎ চৰণত কবিৰ করুণ আত্মসমৰ্পণৰ মৰ্মস্পৰ্শী প্ৰকাশে পুথিখনিত অপূৰ্ব কাব্যিক সৌন্দৰ্য্য দান কৰিছে। বৰগীতবোৰৰ মাজতো এনে সৌন্দৰ্য্য বিদ্যমান। 'ৰামায়ণ'ৰ আদিকাণ্ডত উপমাপূৰ্ণ বাক্য আৰু অলংকাৰ প্ৰয়োগেও এক আকৰ্ষণীয় পৰিবেশৰ সৃষ্টি কৰিছে।

নাট ৰচনাৰ ক্ষেত্ৰত মাধৱদেৱৰ আছিল অন্য এক বিৰল প্ৰতিভা। নিজা স্বকীয়া ৰীতিত ক্ষুদ্ৰাকৃতিৰ ঝুমুৰাসমূহ ৰচনা কৰি তেওঁ দৰ্শকৰ মন আলোড়িত কৰিছিল। শিশু কৃষ্ণৰ ছল-চাতুৰীৰ মাজেদি ভক্তি ধৰ্মৰ আদৰ্শ প্ৰচাৰ কৰা ঝুমুৰাসমূহ কলাসুলভ সৌন্দৰ্য্যৰ আকৰ।

তেওঁৰ ৰচনাসমূহৰ ভিতৰত আদিকাণ্ড ৰামায়ণ, ৰাজসূয় কাব্য, জন্ম ৰহস্য, অৰ্জুন ভঞ্জন, কেইটিমান গীত-ভটিমা মাধৱদেৱে শংকৰ-গুৰুৰ জীৱন কালতে ৰচনা কৰিছিল। গুৰুৰ নিৰ্দেশত গুৰুৰ জীৱন কালতে ৰচনা কৰিবলৈ আৰম্ভ কৰি গুৰুজনাৰ তিৰোভাৱৰ পিছত সম্পূৰ্ণ কৰা তেওঁৰ সাহিত্য কীৰ্তিসমূহৰ ভিতৰত অন্যতম হ'ল 'নামঘোষা' আৰু 'ভক্তি ৰত্নাৱলী'।

মাধৱদেৱৰ সাহিত্যিক জীৱন আছিল নানা ঘাত-প্ৰতিঘাতেৰে পৰিপূৰ্ণ। ৰজা মহাৰজাৰ পৃষ্ঠপোষকতাৰে ভৰা জীৱন তেওঁৰ নাছিল। শান্ত পৰিবেশত নিৰুদ্বিগ্ন মনেৰে সাহিত্য-চৰ্চ্চা কৰাৰ অৱকাশো তেওঁৰ নাছিল। ৰাজদোষৰ পৰা ৰক্ষা পৰিবলৈ আত্মগোপন কৰি থকা অৱস্থাতে কেতিয়াবা তেওঁ গোহালি ঘৰত সোমাই ঘোষা ৰচনা কৰিছিল,[১] কেতিয়াবা বিপক্ষ দলৰ কু-বাক্যত মনোকষ্ট পাই ৰহলাই মেলি লোৱা কামো চমুৱাই সামৰি থৈছিল।[২]

১। 'কথা-গুৰু-চৰিত', পৃঃ ২৯৭

২। " " " " "

জীৱনৰ একেবাৰে শেষৰ কালেহে 'নাম-মালিকা' ৰচনা কৰিবলৈ বিৰূপাক্ষ কাজীৰ পৰা তেওঁ সহায় আৰু অনুপ্ৰেৰণা লাভ কৰিছিল। গুৰু শংকৰতকৈ মাধৱৰ জীৱন-প্ৰৱাহৰ গতি আছিল এক অৰ্থত ভিন্ন সুঁতিৰে বোৱা। শিৰোমণি ভূঞা শংকৰদেৱ সৰুৰে পৰা সম্পদৰ মাজতে লালিত-পালিত হোৱাৰ উপৰিও তেওঁৰ জীৱন কালত ৰজাঘৰীয়া বোষে তেওঁক বিশেষ অপকাৰ কৰিবলৈ সক্ষম হোৱা নাছিল। সাহিত্য চৰ্চ্চাৰ ক্ষেত্ৰতো তেওঁ পাইছিল এচাম অনুৰাগী শিষ্যৰ সুহায় সহযোগ—যাৰ অন্যতম আছিল সৰ্বগুণী মাধৱ। তদুপৰি মহাৰাজ নৰনাৰায়ণৰ অনুৰক্তিয়ে তেওঁৰ ধৰ্ম আৰু সাহিত্য চৰ্চ্চাৰ পথ সুগম কৰিছিল। কিন্তু মাধৱদেৱৰ জীৱনৰ গতি ইয়াৰ প্ৰায় বিপৰীত। অনাটন, দুখ-বেদনা, ধৰ্ম-প্ৰতিষ্ঠাৰ সংগ্ৰাম ইত্যাদি এশ এটা সংঘাতৰ মাজেদি মাধৱদেৱে জীৱনৰ শেষ বয়সত ভৰি দিছিল। তেওঁৰ জীৱনৰ বিচিত্ৰ দিশবোৰৰ প্ৰতিফলন দেখা যায়—তেওঁৰ বিভিন্ন ৰচনাবোৰৰ মাজত। সাহিত্যক ধৰ্ম প্ৰচাৰৰ বাহন হিচাপে ব্যৱহাৰ কৰিলেও তেওঁ তাৰ কলাসুলভ গুণ কেতিয়াও ব্যহত হবলৈ নিদিছিল। ফলত এইবোৰ আছিল অতিশয় জনপ্ৰিয়। তেওঁৰ ৰচনাৰ জনপ্ৰিয়তাৰ গুণ দেখিয়েই পিছৰকালৰ গীতিকাৰ সকলে গীতৰ ভণিতাত 'মাধৱ'ৰ নাম ব্যৱহাৰ কৰাটো এটা ৰীতিয়েই হৈ পৰিছিল।

আলোচনাৰ সুবিধাৰ কাৰণে মাধৱদেৱৰ সমগ্ৰ ৰচনাক এইদৰে ভাগ কৰি লব পাৰি ;

১। তত্বমূলক ৰচনা—(ক) নামঘোষা (খ) ভক্তি-ৰত্নাৱলী (গ) জন্ম-ৰহস্য (ঘ) নাম-মালিকা

২। কাব্য—(ক) আদিকাণ্ড ৰামায়ণ, (খ) ৰাজসূয়

৩। বৰগীত, ভটিমা

৪। ঝুমুৰা—(ক) চোৰধৰা, (খ) পিম্পৰা গুচোৱা, (গ) ভোজন বেহাৰ, (ঘ) ভূমি লেটোৱা (ঙ) অৰ্জুন-ভঞ্জন

৫। মাধৱদেৱৰ নামত প্ৰচলিত ঝুমুৰাসমূহ : (ক) ভূষন হৰণ, (খ) ৰাস ঝুমুৰা, (গ) কোটোৰা খেলা, (ঘ) ব্ৰহ্মা মোহন।

৬। চৰিত পুথিত উল্লেখ থকা কিন্তু পাবলৈ নোহোৱা নাট— (ক) ৰাম-যাত্ৰা, (খ) নৃসিংহ-যাত্ৰা, (গ) গোবৰ্দ্ধন-যাত্ৰা

৭। কীৰ্ত্তনৰ 'ধ্যান-বৰ্ণনা' অংশ

৮। সংকলন আৰু সম্পাদনা—(ক) কীৰ্ত্তন ঘোষা সংকলন, (খ) ৰামায়ণৰ সম্পাদনা।

**নামঘোষা**—মহাপুৰুষ মাধৱদেৱৰ মহান সৃষ্টি 'নামঘোষা'ৰ দাৰ্শনিক ভিত্তি বেদান্ত। "সমস্ত বেদান্ত সাৰ" ভাগৱতৰ সত্য তত্ত্বকে 'নামঘোষা'ই প্ৰকাশ কৰিছে। 'নামঘোষা'ৰ এহেজাৰ ঘোষাৰ ভিতৰত চাৰিশমানৰ মূল হিচাপে বৈষ্ণৱ গ্ৰন্থৰ সংস্কৃত শ্লোক পোৱা গ'লেও কোনো এখন নিৰ্দ্দিষ্ট গ্ৰন্থক 'নামঘোষা'ৰ মূল বুলি ধৰিব নোৱাৰি। 'নামঘোষা'ৰ মূল হৈছে মাধৱদেৱৰ হৃদয়ৰ মাজত। তেওঁৰ অনুভূতি আৰু প্ৰতিভাৰ পৰশত মূলৰ প্ৰতিটো শ্লোকেই যেন নৱজন্ম লাভ কৰিছে। তদুপৰি সুষম পটল-বিভাজনৰ যোগেদি বিভিন্ন শ্লোকক সুসংশ্লিষ্ট কৰা হৈছে। "ভক্তি-তত্ত্বনিৰূপক গ্ৰন্থ হিচাপে নামঘোষা নিৰুপম। অৱতাৰবাদ, প্ৰসাদ (পুষ্টি বা পোষণ) বা অনুগ্ৰহবাদ, মায়া-তৰণৰ উপায় স্বৰূপে সকলো ধৰ্ম্মৰ ভিতৰত, জ্ঞান-কৰ্ম্মৰ ওপৰতো ভক্তিৰ শ্ৰেষ্ঠতা, ভক্তিৰ পুৰুষোত্তম প্ৰেম-স্বৰূপতা; ভক্তিৰ অহৈতুকিতা বা অনিমিত্ততা; ভক্তিৰ শ্ৰৱণ-কীৰ্ত্তণ-প্ৰধানতা; সৎসঙ্গ মাহাত্ম্য; দাস্য, জড়ৰূপী অন্য দেৱসেৱা নিবাৰণ-পূৰ্বক চৈতন্যস্বৰূপ একদেৱ আৰু একনামৰ বিশ্বাসেৰে একশৰণবাদ—মহাপুৰুষীয়া ধৰ্মৰ (অসমৰ ভক্তি সম্প্ৰদায়) এই মূল সূত্ৰবোৰ 'নামঘোষা'ৰ নানা ঠাইত নানাভাৱে ব্যাখ্যা কৰা হৈছে।"[৩]

---

৩। ভূমিকা : শ্ৰীশ্ৰীমাধৱদেৱৰ বাক্যামৃত

'নামঘোষা'ৰ প্ৰথম ভজনত সেইজন যদুপতি ভগৱন্তৰ বন্দনা কৰা হৈছে যিজন 'নিজ ভকতৰ বশ্য'। দশ অৱতাৰ ধাৰণ কৰোঁতা এই ভগৱন্ত মহেশ্বৰ। তেওঁ বাসুদেৱ আৰু নিৰাকাৰ যদিও সাকাৰ ৰূপতো তেওঁৰ অলেখ নাম। তেওঁ পৰমানন্দময়, অনাদি আৰু অনন্ত। চৈধ্যসাক্ষীৰ ওপৰত তেওঁ সৰ্বসাক্ষী, গতিকে সমস্তৰে বুদ্ধি—চিত্তৰ দ্ৰষ্টা, অন্তৰ্যামী ৰূপে তেওঁ জীৱৰ নিয়ামক। চৰাচৰৰ আত্মা আৰু মূল এই ভগৱন্ত পৰম ব্ৰহ্ম ; প্ৰতি জীৱ ব্ৰহ্মৰ অংশ। কাৰণৰো কাৰণ ব্ৰহ্মই হৈছে জড় জগতৰ একমাত্ৰ চৈতন্য শক্তি। 'ব্ৰহ্মা আদি কৰি যত জীৱ মায়া শয্যা মাজে' ঘুমটি গৈ থকাৰপৰা ব্ৰহ্মাই কেৱল জগাব পাৰে।

প্ৰকৃতিৰ দুই শক্তি আৱৰণ আৰু বিক্ষেপ। আৱৰণেৰে অবিদ্যা নাম লৈ প্ৰকৃতিয়ে জীৱৰ মনত অনাত্মা দেহত আত্মবুদ্ধি ঘটায়। বিক্ষেপ শক্তিৰে সেয়ে হ'ল পাৰমেশ্বৰী মায়া। পুৰুষো সেইদৰে দুবিধ—প্ৰকৃতিৰ অধীন জীৱ আৰু প্ৰকৃতিক বশ কৰি সংসাৰৰ সৃজন কৰোঁতা ঈশ্বৰ। ব্ৰহ্ম প্ৰকৃতি আৰু পুৰুষ দুইত কৰি শ্ৰেষ্ঠ,—

'প্ৰকৃতি পুৰুষ দুইত কৰি পৰ
দুইহানো নিজ কাৰণ।'

গতিকেই তেওঁ পৰমেশ্বৰ, পৰম ভজনীয়। তেওঁ অনাদি, অনন্ত, অচ্যুত, নিৰাকাৰ, নিৰঞ্জন, নিৰ্বিকাৰ আৰু নিৰাময়। তেওঁ নিৰ্গুণ, কিন্তু সময় বিশেষে গুণযুক্ত,—

'তুমি প্ৰভু নিৰ্গুণ, গুণৰ সীমা নাই।
নিৰ্গুণ হোৱয় জীৱ সেহি গুণ গাই॥'

'নামঘোষা'ত এই নিৰ্গুণৰ নিৰাকাৰ আৰু সাকাৰ উভয় ৰূপৰে অসংখ্য নামৰ যি অন্বয় আছে সেয়া বিশেষ বৈশিষ্ট্যপূৰ্ণ। ভক্ত কবিৰ তত্ত্বদৰ্শী মনে প্ৰতিটো নামৰে অভিনৱ তাৎপৰ্য্য লোকচক্ষুৰ আগত দাঙি ধৰিছে। ভগৱন্ত কৃষ্ণ—বনমালী। তেওঁ গোপবালক—কণ্ঠত বনমালা। এই বনমালাৰ তাৎপৰ্যও 'নামঘোষা'ৰ মতে

গভীৰ অৰ্থবহ,—‘পঞ্চভূতে পঞ্চবৰ্ণ’ এই মালা ধাৰণ কৰা বাবেই জগদীশ্বৰৰ নাম বনমালী। সেইদৰে—

‘চৈতন্যশক্তিৰ দ্বাৰে ইটো জড় জগতক
ৰমাৱন্ত কৰ্ম অনুৰূপে।
এতেকেসে ঈশ্বৰৰ পৰম প্ৰসিদ্ধ ৰাম
নাম আক জানিবা স্বৰূপে ॥’

ভগৱন্তৰ দশ অৱতাৰৰ প্ৰতিটো নামৰে ব্যাখ্যা ইয়াত সৰ্বসাধাৰণৰ বাবে অভিনৱ। বামন নামৰ অন্বয়ত কোৱা হৈছে—

‘ঈশ্বৰৰ পাদপদ্ম ভজি শুদ্ধ চিত্ত হয়া
অধমো তেজয় বামানয়।
এহি হেতু তেসে থাকি নিৰন্তৰে মহাজনে
ঈশ্বৰক বামন বোলয় ॥’

ছবি আৰু দুলড়ী-ছন্দৰ নামাশ্রয় খণ্ড ‘নামঘোষা’ৰ অন্যতম সম্পদ। অৰ্থৰ গভীৰতা আৰু প্ৰকাশভংগীৰ স্বচ্ছন্দতা বা সংমিশ্ৰণত সদানন্দ পুৰুষোত্তমৰ প্ৰতিটো ৰূপেই ভক্তৰ মনত সবলভাৱে ধৰা দিয়েহি।

একদেৱ সেৱা ‘নামঘোষা’ৰ প্ৰধান বক্তব্য। যিহেতু কৃষ্ণহে একমাত্ৰ দুখহাৰী দেৱ, গতিকেই ‘কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি আৰ’। ‘ঈশ্বৰ-নিৰ্ণয়’ খণ্ডত সৃষ্টি-স্থিতি-অন্তকাৰী দেৱৰূপে কৃষ্ণ বা বিষ্ণুক সমস্ত জগতৰ সাৰ বুলি নিৰ্ণয় কৰা হৈছে। ‘নামঘোষা’ৰ মতে জড় চৰাচৰৰ মাজত কৃষ্ণ একমাত্ৰ চৈতন্য শক্তি। গতিকে—

‘চৈতন্য কৃষ্ণক এৰি জড়ক ভজিয়া মৰে
কিনো লোক অধম মুগুধ্।’

সাধুসকলে জানে যে কৃষ্ণ-ভক্তিয়েই মুক্তিৰ দ্বাৰ। অন্যদেৱ আৰু পিতৃসকলে সময়মতে পূজা নাপালে বিঘিনি ঘটায়। কিন্তু শান্তমূৰ্ত্তি কৃষ্ণ সদায়ে কৃপালু আৰু ক্ষমাশীল। গতিকে জ্ঞানীজনে এই সুন্দৰ আৰু আনন্দময় ভগৱান কৃষ্ণকে নিজৰ উপাস্য দেৱতা

বুলি মানি লয়।[৪] যিসকলে অজ্ঞানবশতঃ কৃষ্ণসেৱাৰ পৰা আঁতৰি থাকে, হাজাৰ তপ-জপেও তেওঁলোকক পুণ্য লাভ কৰাত সক্ষম নকৰে।

অব্যাভিচাৰী ভক্তিৰে কৃষ্ণৰ চৰণত শৰণ লোৱাই জীৱমাত্ৰৰ লক্ষ্য হোৱা উচিত।

'কৃষ্ণকেসে মাত্ৰ ভজে যিটো জনে
অব্যাভিচাৰী ভকতি।
তিনিগুণ অতি ক্ৰমি ব্ৰহ্মৰূপ
পাৱে সিটো মহামতি॥'

'নামঘোষা'ত দাস্য ভক্তিৰ সুৰ ধ্বনিত হৈছে। মাধৱদেৱে তেওঁৰ ইষ্টদেৱক সখা আৰু সুহৃদ বুলি মানিলেও সেই পৰম পুৰুষৰ চৰণত দাসৰূপেহে আত্মসমৰ্পণ কৰিছে। এই দাস্যভাৱ বৰ সুন্দৰকৈ প্ৰকাশ পাইছে এই ঘোষাটিত,—

'নোহো জানা আমি চাৰি জাতি
চাৰিয়ো আশ্ৰমী নোহো আতি
নোহো ধৰ্মশীল দানব্ৰত তীৰ্থগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ গোপীভৰ্ত্তা পদকমলৰ
দাসৰ দাসৰ তান দাস ভৈলো আমি॥'

কৃষ্ণ-কিংকৰৰ দাস হ'ব পৰাটোও মহাভাগ্য, তাৰ পুণ্যফল তীৰ্থব্ৰততকৈয়ো বেছি। কৃষ্ণৰ চৰণত আশ্ৰয় পালেই জীৱৰ বন্ধন গুচে। গতিকে 'নামঘোষা'ৰ ছত্ৰে ছত্ৰে কৃষ্ণৰ দাসৰূপে তেওঁৰ পদসেৱন কৰাৰ সৌভাগ্য বিচাৰি মাধৱদেৱে কাকুতি কৰিছে। এই কাকুতিৰ সুৰ অতিশয় কৰুণ আৰু হৃদয় পৰশা,—

'দান্তে তৃণ তুলি ধৰো যিমতে সেৱাত ৰহো
দিয়া মোক সেহি উপদেশ।'

---

৪। 'ভক্তি-ৰত্নাৱলী', পদ ৩৫-৩৮

তেওঁ ভৃত্যৰূপে একান্ত আত্মসমৰ্পণ কৰিছে। লগে লগে তেওঁৰ নাথ তথা স্বামীৰ পৰা কামনা কৰিছে চৰণ-ছত্ৰৰ ছায়া। তেওঁৰ ভক্তি স্বামীৰ প্ৰতি দাসৰ মনোভাৱ হ'লেও তাত আছে এক সহজ প্ৰীতিৰ সম্পৰ্ক। সেয়ে ঐকান্তিক ভক্তিত আউল লগাৰ আশংকাত তেওঁ অনুযোগ কৰি ক'ব পাৰে—

'বুদ্ধিত থাকিয়া নিদিয়া সুবুদ্ধি
কৃপাৰ ছুয়া ঠাকুৰ।'

তেওঁৰ দাস্যভক্তিয়ে চৰাচৰ তুচ্ছ কৰি ইষ্টদেৱৰ চৰণ-ছায়াতহে একমাত্ৰ সত্যৰ সন্ধান পাইছে।

'নামঘোষা'ত মায়া সম্পৰ্কে সঘনে উক্তি কৰা হৈছে। মায়া ৰহস্যময় শক্তি। যি শক্তিৰ সহায়ত এক পৰম শক্তিয়ে চৰাচৰ স্ৰজন আৰু পালন কৰিছে সেই শক্তিয়ে হৈছে মায়া। এই ঐশী শক্তিয়ে ব্ৰহ্মৰ স্বৰূপ আবৃত কৰি ৰাখে 'আৱৰণ' ৰূপে, অসত্যত সত্যৰ প্ৰতীতি ঘটায় 'বিক্ষেপ' শক্তিৰূপে। মায়া অনাদি নহয়। সংসাৰ সৃষ্টিৰ আহিলাৰূপে মায়াক স্ৰজন কৰে পৰমব্ৰহ্মই। এই সংসাৰ ভগৱন্তৰ ক্ৰীড়াৰ স্থান। নিজানন্দপূৰ্ণ ভগৱন্তই নিজৰ বিনোদনৰ বাবে অলীক সংসাৰৰ সৃষ্টি কৰিলে। এই সংসাৰ নিৰ্মানত তেওঁৰ সহায় হ'ল তেওঁৰে শক্তি মায়া। গতিকে ভগৱন্ত একমাত্ৰ সত্য, বাকী সকলো অলীক,—

'আৱৰ যতেক ইটো তোমাৰ বিনোদ ৰূপ
চৰাচৰ মায়াৰ কল্পিত।'

সংসাৰ যে মিথ্যা, সংসাৰ যে ভগৱানৰ ধেমালিৰ সামগ্ৰী মাথোন ( লোকবৎ তু লীলা কৈৱল্যম,—গীতা ) এই কথা অজ্ঞ জীৱক বুজিবলৈ নিদিয়াটোৱেই মায়াৰ প্ৰধান কাম। বহল অৰ্থত মায়া অনন্ত; ব্ৰহ্মৰ দৰেই বিনাশহীন। কিন্তু সীমিত অৰ্থত মায়াৰ অন্তও আছে। কোনো বিশেষজনে যেতিয়া পৰমতত্ত্ব উপলব্ধি কৰে, ব্ৰহ্মৰ স্বৰূপ সম্পৰ্কেও অৱগত হয়, তেতিয়াই তেওঁ মায়াক জয় কৰে। তেওঁৰ

কাৰণে তেতিয়া আৰু মায়া অনন্ত নহয়, অন্তযুক্ত। মায়াক জয় কৰাৰ আগলৈকে জীৱৰ বাবে সংসাৰ পৰম সত্যৰূপে পৰিগণিত হৈ থাকে। অসত্য জগতক সত্য প্ৰতীয়মান কৰা মায়াও প্ৰকৃততে অসত্য,—

'মায়া আদি ধৰি সমস্তে অসন্ত
জানিবা জড় নিশ্চয়।
হৰি মাত্ৰ সন্ত চৈতন্য ঈশ্বৰ
পৰম তত্ত্ব নিৰ্ণয় ॥'

মায়া জড়, হৰি চৈতন্য ; মায়া অসত্য, হৰি সত্য। গতিকে মায়াক হৰিয়ে হে পৰিচালনা কৰে। মায়াৰ বান্ধোনত জীৱক আবদ্ধ কৰা মাইবা মায়াৰ পৰা জীৱক মুক্তি দিয়া ভগৱন্তৰহে কাম। তেওঁৰ ইচ্ছাৰ দ্বাৰা মায়া নিয়ন্ত্ৰিত হয়।

'অঘটনঘটন পটিয়সী' মায়াৰ পাৰ পোৱা সহজ নহয়। মায়া সেয়ে 'দুস্তৰ'। তদুপৰি মায়া কপট গুণযুক্তা আৰু নিগ্ৰহকাৰিণী। কপট গুণেৰে মায়াই জীৱৰ মনত ভ্ৰম উৎপাদন কৰে,—

'তোমাৰ মায়ায়ে হৰি কপট গুণক ধৰি
মুহিয়াছে আমাক সমূলি।'

ই আত্ম-উপলব্ধিত অগ্ৰসৰ হোৱা জীৱক পদে পদে পথভ্ৰষ্ট কৰে।

হৰি-বিমুখ সকলহে মায়াৰ নিৰ্যাতনৰ পাত্ৰ। তেনে লোকক হে মায়াই মোহিত কৰে। গতিকে কোৱা হৈছে,—

'তুমি প্ৰিয় আত্মা পৰম দেৱতা
তোমাৰ ভৈল বিমুখ।
এতেকে তোমাত মায়ায়ে আস্মাত
দিলেক পৰম দুখ ॥'

এই সংসাৰ-দুখৰ পৰা জীৱৰ সহজে নিস্তাৰ নাই। জন্ম-মৃত্যুৰ চক্ৰত জীৱ অবিৰাম আৱৰ্তিত। ব্ৰহ্মোপলব্ধি নোহোৱালৈকে বাৰে বাৰে জন্ম লৈ জীৱই নিকাৰ ভুঞ্জে। গতিকে ক্ষুদ্ৰ সুখে বহু আশা

কৰি, ঐহিক তৃপ্তিকে চৰম সুখ বুলি ভাবি জীৱই তুচ্ছ আনন্দত কালপাত কৰে। স্বপ্ন বা প্ৰপঞ্চৰ দৰে অলীক মানৱ-জীৱনৰ মাজত ভ্ৰমবশতঃ সত্য বিচাৰি পোৱা অজ্ঞান জীৱ মায়া বা অবিদ্যাৰ হাতৰ পুতলা। যেতিয়াই মায়া দূৰ হয় তেতিয়াই জীৱ সংসাৰৰ অনিত্যতা সম্পৰ্কে সচেতন হৈ উঠে আৰু তেতিয়াই নিজকে ব্ৰহ্মৰ অংশ বুলি উপলব্ধি কৰে। এই উপলব্ধিয়েই হৈছে পৰম জ্ঞান। কিন্তু 'যম, কাল, মায়াই' 'বাঘজালি কৰি' বেঢ়ি থকা অৱস্থাত জালত আৱদ্ধ পশুৰ দৰে জীৱৰ অৱস্থা। তেওঁলোকে নিজকে চিনি নাপায়।

মায়া-তৰণৰ উপায় হিচাপে "নামঘোষা"ত একান্ত ভক্তিকে সৰোগত কৰা হৈছে। হৰি-বিমুখতাত যি নিগ্ৰহ, হৰিত আত্মসমৰ্পণতেই তাৰ সমাপ্তি। "মধুমতী মায়া উন্মত্ত কৰায়া" জীৱক সংসাৰৰ দুখ দিওঁতা মধুসূদনৰ হাততহে মায়া মৰ্দনৰ ক্ষমতা আছে। গতিকেই কোৱা হৈছে—

'নমো নমো নাৰায়ণ প্ৰসন্ন হয়োক হৰি
কৰিয়োক মায়াৰ নিৰ্মাণ।
আপোনাৰ মহিমাক আপুনি বেকত কৰি
জীৱক কৰিও ত্ৰাণ ॥'

হৰিত আত্মসমৰ্পন কৰালৈকে মায়াই লগ নেৰে,—

'তাৱত মায়াত নতবে হৰিত
শৰণ নলৱে যেৱে ॥'

সেইবাবে তেওঁৰ চৰণত শৰণ পোৱাটো ভক্তসকলে ভাগ্যৰ কথা বুলি বিবেচনা কৰে। কিন্তু অন্তৰত ভক্তিৰ উদ্ভৱ হোৱা আৰু তাৰদ্বাৰাই মায়াৰ হাত সৰা,—এই সকলোবোৰ নিৰ্ভৰ কৰে ভগৱন্তৰ অনুগ্ৰহৰ ওপৰত। 'মহন্তৰ সঙ্গে হৰিকথা ৰসে মনক জিনিয়া' হৰিৰ অনুগ্ৰহ লাভ কৰিব পাৰি। শ্ৰৱণ-কীৰ্ত্তনৰূপ ভক্তি হৈছে হৰিৰ কৃপা লাভৰ সহজ উপায়।

'কলিৰ লোকক পৰম দয়ালু
কৃষ্ণে কৰিলন্ত দায়া।
মোৰ নামগুণ গায়া মহাসুখে
তৰোক দুৰ্ঘোৰ মায়া॥'

মায়া-তৰণৰ পিছতে জীৱৰ মুক্তি ঘটে। জীৱমুক্তি আৰু বিদেহ মুক্তি মুক্তিৰ দুটা স্তৰ। আত্মজ্ঞান লাভ কৰোঁতাই সংসাৰৰ মাজতে থাকিও বন্ধনমুক্ত অৱস্থা লাভ কৰে। ব্ৰহ্মৰ অংশৰূপে নিজকে চিনি পোৱাৰ পিছত এই জীৱন্মুক্তসকলে মোক্ষলাভ কৰি নিৰ্মল আনন্দ লাভ কৰে। মোক্ষপ্ৰাপ্ত অৱস্থা চৰম আনন্দময়। এই আনন্দ লাভ সহজলভ্য নহয়, অবিদ্যাৰ বাধাৰ বাবে। কাৰণ,—

'আত্মা ঈশ্বৰক লাগ প্ৰত্যক্ষ সততে পায়
নপায় জানা তাঙ্ক অবিদ্যাত।'

অবিদ্য নাশ হ'লেহে কণ্ঠলগ্ন বস্তুৰ দৰে নিজৰ মাজতে পৰমাত্মাৰ সাক্ষাৎ লাভ সম্ভৱপৰ। মোক্ষলাভৰ বাবেও ভগৱন্তৰ অনুগ্ৰহ লাগে। যিসকল ক্ৰোধ আৰু হিংসাশূন্য, বাসনাৰ পৰা মুক্ত, তেওঁলোকে একান্ত আত্মসমৰ্পণৰ দ্বাৰা হৰিৰ প্ৰিয় পাত্ৰ হৈ মোক্ষ লাভ কৰে।

শৰীৰ ত্যাগৰ পিছত লাভ কৰা মুক্তি হৈছে বিদেহ মুক্তি। সাৰ্ষ্টি, সালোক্য, সামীপ্য আৰু সাযুজ্য মুক্তিৰ প্ৰতিটোৱেই যদিও পৰম আদৰণীয়, 'নামঘোষা'ত কিন্তু মুক্তিতকৈ ভক্তিক বেছি প্ৰাধান্য দিয়া হৈছে। পুথিৰ আদিতে থকা 'মুক্তিতো নিস্পৃহ যিটো, সেহি ভকতক নমো ৰসময় মাগোহো ভকতি' ঘোষাফাকিৰ পৰাই অনুমান কৰিব পাৰি যে 'নামঘোষা'ৰ মতে মুক্তিতকৈ ভক্তিৰ সোৱাদ বেছি। ভক্তিক মোক্ষ লাভৰ আহিলা বুলি স্বীকাৰ কৰা হৈছে; কিন্তু মোক্ষ সাধনৰ বাবে ভক্ত যেতিয়া ভক্তিত ৰত হয়—তেতিয়া আৰু মোক্ষ সাধনৰ কথা তেওঁৰ মনত নাথাকে। তেতিয়া হৰিৰ চৰণত আশ্ৰয় পোৱাটোহে নাইবা নিৰ্মল ভক্তি লাভ কৰাটোহে তেওঁৰ বাবে প্ৰধান হৈ পৰে। ভগৱন্তৰ সেৱাত ইমানেই আনন্দ আছে যে এৰবা

সেই আনন্দৰ সোৱাদ লোৱাৰ পিছত 'মুকুতি-সুখকো তেজি মহাজনে সদাৰাম নাম ধৰে।'

ভক্তিৰ মাহাত্ম্য ইমানেই বেছি যে সকামী লোকেও যদি কোনো কামনা মনত লৈ হৰি সেৱাত ৰত হয়, পিছলৈ তেওঁ কামনা শূন্য হৈ নিষ্কাম ভক্তত পৰিণত হয়। কৰ্ম, যোগ, জ্ঞান, বেদমন্ত্ৰ মাইবা তীৰ্থ স্নানেৰে বশ্য কৰিব নোৱাৰা ভগৱন্তক একান্ত ভক্তিৰে সহজে বশ কৰিব পাৰি।

নৱবিধ ভক্তিৰ ভিতৰত শ্ৰৱণ আৰু কীৰ্ত্তনে 'নামঘোষা'ত আগ ঠাই পাইছে। ভক্তি উৎপাদনৰ বাবে হৰিকথা চৰ্চা আৰু শ্ৰৱণ প্ৰশস্ত উপায়। ইয়াৰ বাবে লাগে সন্তজনৰ সঙ্গ। একান্ত ভকত-সকলে য'ত হৰিনাম লয়, তাত কাল আৰু মায়াৰ প্ৰৱেশ নাই। কৃষ্ণৰ কীৰ্ত্তনসুখেই হৈছে মুক্তিতকৈ শ্ৰেষ্ঠ,—

'তোমাৰ ভকতি ৰসে মুকুতিকো
কৰে অতি উপহাস ॥'

গতিকে মুক্ত পুৰুষসকলেও 'এক প্ৰাণ হুয়া' হৰিনাম উচ্চাৰণ আৰু শ্ৰৱণৰ আনন্দ সাগৰত বুৰ গৈ থাকে। একান্ত ভকতসকলে 'নকৰে কামনা ভকতিক তেজি আন'—সেয়ে হৈছে ভাগৱতী ভক্তি।

আত্ম উপলব্ধিৰ ক্ষেত্ৰত ভক্তি প্ৰধান আহিলা। গতিকেই ভক্তি হৈছে একপ্ৰকাৰ সত্যস্পৃহা। ভক্তি হ'ল আত্মসমৰ্পণ, তাৰ লগতে থাকে আন্তৰিক শ্ৰদ্ধা। এই দুইৰ সংযোগত জীৱ আৰু ব্ৰহ্মৰ অভেদত্ব সম্পৰ্কে অপ্ৰয়াস জ্ঞান লাভ হয়।

ভক্তি যেতিয়া ঐকান্তিক হয়, ভক্তৰ মনত তেতিয়া ভগৱন্তৰ বাহিৰে অন্য চিন্তা নাথাকে। তেওঁৰ সমগ্ৰ অনুৰক্তি থুপ খায়গৈ ইষ্টদেৱৰ চৰণত। সকলো চিন্তা আৰু সংকোচ আঁতৰাই থৈ ব্ৰজ-গোপিকাৰ দৰে লোক লজ্জা, চকুলজ্জা এৰি অহৰ্নিশে কৃষ্ণপ্ৰেমত মগ্ন হ'ব পৰাই হৈছে প্ৰকৃত ভক্তি। ভক্তিৰ মাহাত্ম্য সম্পৰ্কে "নামঘোষা" উচ্ছ্বসিত। ভক্তিয়ে ভক্তক ভগৱানৰ ওচৰ চপায়। হৰি-

ভক্তিত জাতি-অজাতিৰ ভেদ নাই। এজন হৰিভক্ত চণ্ডালো ভক্তিহীন ব্ৰাহ্মণতকৈ শ্ৰেষ্ঠ।

'পৰম নিৰ্মল ধন হৰিনাম কীৰ্তনত
সমস্ত প্ৰাণীৰে অধিকাৰ।'

হৰি সেৱাৰ বাবে যাগ-যজ্ঞ নাইবা পূজা-পাতলৰ প্ৰয়োজন নাই। 'নামতেসে তুষ্ট গুণ-লুবুধ মাধৱ,' গতিকে হৰিনাম কীৰ্তন আৰু শ্ৰৱণ কৰিবলৈ 'নলাগে দেৱ-দ্বিজ ঋষি হুইবে, নলাগে শাস্ত্ৰ সমস্ত জানিবে।' হৰিনামৰ মাহাত্ম্য স্বয়ং হৰিতকৈয়ো বেছি,—'তোমাত কৰিয়া তয়ু গুণ নাম সাৰ॥' এই হেন হৰিনামৰ ধ্বনি শুনি 'পলায় পাপ দশোদিশ ভাগি।' তদুপৰি—

'একান্ত শৰণে যিটো শ্ৰৱণ কীৰ্তন কৰে
ওচৰো নচাপে কলি তাৰ।'

গতিকে জীৱৰ নিস্তাৰৰ একমাত্ৰ উপায় হৈছে হৰি-ভক্তি আৰু হৰি-ভক্তিৰ সহজতম পন্থা হৈছে শ্ৰৱণ আৰু কীৰ্তন।

"নামঘোষা"ৰ 'আত্ম-উপদেশ' অধ্যায়ত মাধৱদেৱে অন্তৰেন্দ্ৰিয় মন, চিত্ত, বুদ্ধি, অহংকাৰ আৰু জ্ঞানেন্দ্ৰিয় জিহ্বা আৰু কৰ্ণৰ বিষয়ে যি উক্তি কৰিছে তাৰ মাজেদি তেওঁৰ ঐকান্তিক ভক্তিৰ গাঢ়তা ফুটি উঠিছে। কৃষ্ণ নাম পৰম মঙ্গল বুলি সংকল্প কৰি সেই অমৃতময় নাম শ্ৰৱণ-কীৰ্তন আৰু উপলব্ধি কৰিবলৈ তেওঁ আপোন ইন্দ্ৰিয় সমূহক আহ্বান কৰিছে।

মাধৱদেৱে যি ঐকান্তিকতাৰে ভগৱানৰ বিষয়ে আলোচনা কৰে সেই একেই ঐকান্তিকতা প্ৰকাশ পায়—তেওঁ যেতিয়া গুৰুজনাৰ বিষয়ে কয়। তেওঁৰ ধৰ্মীয় জীৱনৰ পিতৃস্বৰূপ এই পূজ্যপাদ গুৰুজনে মাধৱদেৱৰ শ্ৰদ্ধাৰ আসনত ভগৱানৰ সমানেই পূজ্যস্থান পাইছে। সময় বিশেষে শংকৰদেৱ দেৱতাতকৈয়ো শ্ৰেষ্ঠ,—

'হৰিনাম গুপ্ত ভৈল মনুষ্যত পূজা বৈল
বুলি ৰংগ কৰে দেৱ সৰ্ব।

হেন হৰি নাম ধৰ্ম শংকৰে বিদিত কৰি
চূৰ কৈলা দেৱতাৰ গৰ্ব ॥'

বৈকুণ্ঠৰ পৰা প্ৰেম অমৃতৰ নদী বোৱাওঁতা শ্ৰীমন্ত শংকৰ বৈকুণ্ঠ-নাথৰ দৰেই কৃপালু। তেওঁ মূঢ়মতি জীৱক হৰি-ভক্তিৰ পথ দেখুৱাই সংসাৰ তাৰণৰ পথ সুগম কৰিছে। গতিকে মাধদেৱৰ বাবে তেওঁৰ দৰে সুহৃদ আৰু কোনো নাই।

'শ্ৰীমন্ত শংকৰ হৰি ভকতৰ
জানা যেন কল্পতৰু।
তাহাস্ত বিনাই নাই নাই নাই
আমাৰ পৰম গুৰু ॥'

গুৰু মাহাত্ম্যত কৈছে—

'হৰি যেন আতি কৃপাময় ভক্ত গুৰুজনো সেহি নয়
দুয়োজন একে শৰীৰত মাত্ৰ ভিন।
কৃপাৰেসে তুষ্ট হৈয়া চিত্ত লোকৰ হিতক চিন্তি নিত
নিজগুণে তুষ্ট দুয়ো অহংকাৰহীন।"

যিজন মহামতি গুৰুৱে হৰি-ভক্তিৰ পথ দেখুৱাই শিষ্যক নতুন জীৱনৰ সন্ধান দিলে, সেই গুৰুৰ প্ৰতি কৃতজ্ঞতাত ভৰা মনেৰে মাধৱদেৱে তেওঁক আন্তৰিক বন্দনা কৰিছে।

যি গুৰু-গম্ভীৰ আৰু ঈষৎ কৰুণ সুৰত 'নামঘোষা'ৰ ঘোষা কেইটিয়ে ৰূপ লৈছে, তাৰ মাজত ব্যতিক্ৰম হ'ল পুথিখনিৰ 'নিন্দা' অংশ। হৰি বিমুখ আৰু শংকৰ বিৰোধী সকলৰ প্ৰতি এই অংশত মাধৱদেৱৰ বক্তব্য তীক্ষ্ণ আৰু মৰ্মভেদী। যি গুৰুজনাক তেওঁ ভগৱানৰ আসনত বহুৱাইছে, সেই পিতৃ-প্ৰতীম শংকৰদেৱৰ বিৰুদ্ধে কাৰোবাৰ এনেকুৱা কু-বাক্য শুনিলেই প্ৰিয় শিষ্য মাধৱদেৱৰ মন তিক্ত-বিৰক্ত হৈ উঠে। শান্ত-সমাহিত ভক্ত মাধৱ নিমিষতে পৰিণত

হয় যুক্তি বাণেৰে বিপক্ষক ধৰাশায়ী কৰিব পৰা নিপুণ ধৰ্ম প্ৰচাৰকলৈ। তেওঁ কৈ উঠে,—

'ৰাজা প্ৰজা জানি লেক ভক্তিপথ
শংকৰৰ মত শুদ্ধ।
সিটো মত এড়ি আন আচৰয়
পৰম সিটো মুগুধ ॥'

শংকৰদেৱৰ বৈকুণ্ঠ-প্ৰয়াণৰ পিছত মাধৱদেৱৰ এক প্ৰকাৰ নিসংগ অৱস্থা হৈছিল। ধৰ্মপ্ৰচাৰত যোগ্য সংগঠনৰ অভাৱ, বিপক্ষদলৰ দ্বাৰা খোজে খোজে বাধা প্ৰদান আৰু তেওঁৰ চকুৰ আগতে শংকৰদেৱৰ ভাৰ্যা আৰু বোৱাৰীৰ দুৰ্দশা আদি অসংখ্য মানসিক যন্ত্ৰনাৰ মাজত পুণ্যশ্লোক শংকৰৰ স্মৃতিয়েই আছিল মাধৱদেৱৰ আত্ম প্ৰবোধৰ আহিলা। শংকৰৰ শুদ্ধমত এৰি নিজকে পণ্ডিত বোলোৱা একাধিক লোকে তেওঁৰ মনত আঘাত দিছিল। সেই জ্ঞানহীন, বিদ্যাহীন, আৰু জীৱিকাৰ বাবে ধৰ্মৰ বেহা কৰা লোক সকলৰ বিষয়ে তেওঁৰ উক্তি,—

'শঙ্কৰে সে শুদ্ধ মত ঈশ্বৰ ভক্তিৰ তত্ত্ব
প্ৰচাৰিলে শাস্ত্ৰ সাৰ জানি।
ইহাক নজানি নৰে জীৱিকাৰ অৰ্থে ফুৰে
আপোনাৰ মহত্ব বখানি ॥'

এওঁ লোকে—

'নজানে শাস্ত্ৰৰ নয় যেহি আছে তাকে কয়
ছেদিবাক নপাৰে সংশয়।
গুৰু বোলাই তথাপিতো ফুৰিয়া লোকৰ মাজে
মান্য সতকাৰ খুজি লয় ॥'

গুৰু বোলাই পাণ্ডিত্যৰ বৰাই কৰা এচাম লোকে সেই সময়ত অনাচাৰ আৰু ব্যভিচাৰৰ দ্বাৰা বৈষ্ণৱৰ নামত কলঙ্ক সানিছিল।

তেওঁলোকে 'হৰি কথা ছলে কৰ্ণত কুমন্ত্ৰ' দি দিনে ৰাতি বিষয়ৰ চিন্তা কৰিছিল। এইসকলৰ বিষয়ে মাধৱদেৱে উক্তি কৰিছে,—

'অন্ন যোনি কিছু নকৰে বিচাৰ
জাতি কুল ভৈল নষ্ট।
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়
বেদ পন্থ কৰি নষ্ট ॥'

বৈষ্ণৱৰ মুখা পিন্ধা এই কু-বুদ্ধিযুক্ত লোকসকলে সেই সময়ৰ সমাজত এক বিশৃঙ্খলাৰ সৃষ্টি কৰিছিল। শঙ্কৰৰ শুদ্ধ মতক বিকৃত কৰা আৰু সাধুসকলক বিৰক্ত কৰা এই নিন্দুকসকলৰ বিষয়ে 'নামঘোষা'ত যি মন্তব্য আছে সি অতি তীক্ষ্ণ আৰু অৰ্থপূৰ্ণ,—

'বৈষ্ণৱ নিন্দক সূচকক বিষ্ঠা লুঠা সাম্য শূকৰক
বিধতায়ো দুইকো স্ৰজিলন্ত দয়াতৰে।
সূচকে জানিবা নিৰন্তৰে সাধু সমস্তকে শুদ্ধি কৰে
যিমতে শূকৰে গ্ৰাম্য শোধন কৰে ॥'

এইদৰে য'তেই বিষ্ণু-নিন্দুক আৰু বৈষ্ণৱ-নিন্দুকৰ কথা ওলাইছে, তাতেই মাধৱদেৱৰ ভাৱ আৰু ভাষা শাণিত অস্ত্ৰৰ দৰে তীক্ষ্ণ হৈ পৰিছে।

সাধাৰণতে ধৰ্মপুথিবোৰত সাহিত্যিক সৌন্দৰ্য্য বৰ বেছিকৈ চকুত নপৰে। 'নামঘোষা' কিন্তু এই ক্ষেত্ৰত ব্যতিক্ৰম। ধৰ্মপুথি হলেও 'নামঘোষা'ত ধৰ্ম প্ৰচাৰৰ মনোভাৱতকৈ আত্ম-বিলোপনৰ সুৰে পুথিখনিত কোমল সৰগী সৌন্দৰ্য্য দান কৰিছে।

'নামঘোষা'ৰ অধিকাংশ ঘোষাক উত্তম কবিতাৰ শ্ৰেণীত পেলাব পাৰি। এই কবিতা যেন এজন ৰহস্যবাদী কবিৰ অকৃত্ৰিম অনুভূতিৰ নিজৰা। ৰহস্যবাদীসকলে সংসাৰৰ প্ৰতিটো বস্তুকে সুন্দৰ দেখে, মঙ্গলময় যেন দেখে। তেওঁলোকে সন্ধান কৰে এই সকলো সুন্দৰৰ মূল এক একক সত্তা। সেই আকাঙ্ক্ষিতক পোৱাৰ আগতে সন্ধানৰ যন্ত্ৰণাই ৰহস্যবাদীসকলক অস্থিৰ আৰু ক্ষত-বিক্ষত কৰি তোলে;

এইখিনি বেদনাময় সময়ক বুলিব পাৰি 'আত্মাৰ আন্ধাৰ ৰাতি'। প্ৰতিজন সাধক কবিৰ জীৱনলৈ এই 'আন্ধাৰ ৰাতি' এবাৰলৈ হ'লেও নামিছে। মাধৱদেৱে এই তমসা অতিক্ৰম কৰি আৱিষ্কাৰ কৰিছে তেওঁৰ 'প্ৰিয়তম আত্মা পৰম দেৱতা',—

'হৰি তুমি আনন্দ সিন্ধু।
হামু ভিক্ষাৰী মাগো এক বিন্দু ॥'

কিন্তু, আনন্দসিন্ধু ভগৱান যে অন্যত মগ্ন। নিজকে একান্ত উছৰ্গা কৰা কৰিয়ে সেয়ে আক্ষেপেৰে কব লগাত পৰে—

'মোক নিজ দাস কৰি লৈলে
কহিয়ো কৃপাল
কি হয় তোমাৰ হানি !'

মাধৱদেৱৰ ব্যক্তিত্বক বাদ দি 'নামঘোষা'ৰ আলোচনা সম্পূৰ্ণ হ'ব নোৱাৰে। কাৰণ কবিৰ গভীৰ অনুভূতিয়েই কাব্য সৃষ্টিৰ কাৰণ। 'নামঘোষা' আধ্যাত্মিক ভাৱৰ পুথি। কিন্তু ইয়াত 'হৃদয়ৰ ভক্তিৰ আবেগ ঢালি দি দাস্য-ভাৱকে কবিত্বৰ চৰম সীমালৈ'[৫] হৈ যোৱা হৈছে। গতিকে নামঘোষা পুথি পঢ়িলে 'ছন্দৰ ঝংকাৰ, ভাষাৰ মাধুৰ্য্য, ভাৱৰ প্ৰগাঢ়তা সকলোকে অতিক্ৰম কৰি মনঃচক্ষুৰ দৃষ্টি পৰে মাধৱদেৱৰ ভক্তিকাতৰ কৰুণ মূৰ্তিত।' আজীৱন কৌমাৰ্যব্ৰতী এইজনা ভক্ত-কবিৰ মায়াময় সংসাৰৰ প্ৰতি বিৰক্তি আৰু ভগৱানৰ অৰুণ চৰণত আসক্তিৰ একান্ত আকুল সুৰ কৰুণ সুৰত প্ৰকাশ পাইছে।

ভক্ত কবি, সাধক বা ৰহস্যবাদী সকলৰ বাবে আকাঙ্ক্ষিতৰ ৰূপ বেলেগ বেলেগ। কোনোৱে তেওঁক বিচাৰে প্ৰিয়ৰূপে, কোনোৱে বিচাৰে স্বামীৰূপে, কোনোৱে আকৌ বিচাৰে প্ৰিয়াৰ মাজতে তেওঁৰ ৰূপ। মাধৱদেৱৰ বাবে সেই চিৰবাঞ্ছিত ৰূপ হ'ল 'প্ৰিয় আত্মা সখা ইষ্ট গুৰু'; দুয়ো যেন অভিন্ন আত্মা। অথচ সেই প্ৰিয় সখাই

৫। পুৰণি অসমীয়া সাহিত্য, পৃঃ ৪৯

যেতিয়া কবিৰ মনটো বুজিও নুবুজাৰ ভাও ধৰে তেতিয়া অভিমানী কবিয়ে নকৈ নোৱাৰে,

'তুমি সৰ্বসাক্ষী আত্মা হৃষিকেশ
জানাহা মোৰ চিত্তক।
শৰণাগতক মই আতুৰক
উপেক্ষা কৰা কিসক ॥'

বহুতো লুকা-ভাকুৰ পিছত যেতিয়া বিচৰাজনক ওচৰত পোৱা হয়, ভাগকৰা মনে তেওঁক আৰু এৰি দিব নোখোজে। সকলো কষ্ট, সকলো শ্ৰমৰ অন্তত প্ৰাপ্তিৰ সুখ উপভোগ কৰি নিৰাপদ আশ্ৰয়ত কিছুপৰ নিতাল মাৰি থকাৰ লোভ সকলোৰে। কবি মাধৱদেৱেও সেয়ে কাতৰ কণ্ঠেৰে কৈ উঠিছে,—

'ই বাৰ করুণাময় হৰি কমলাপতি
মোকে নচাড়িবা নাৰায়ণ।
অৰুণ চৰণ তলে হৰি কমলা পতি
সত্যে সত্যে পশিলো শৰণ ॥'

এই 'মোক নচাড়িবা' সুৰে 'নাম-ঘোষা'ত প্ৰধান আকৰ্ষণৰ সৃষ্টি কৰিছে। আকৰ্ষণে চৰম ৰূপ পাইছে এই ঘোষাটিত,—

'কিনো অপৰাধ কৰি আছো আমি
বান্ধৱ মাধৱ প্ৰাণ।
নাম ধৰি ডাকো হিয়াত থাকিয়া
কেনে নেদা সন্নিধান ॥'

অন্তৰৰ অনুভূতিক ছন্দেৰে সজালেই সেয়া কবিতা নহয়। কবিতা সুন্দৰ হয় অলংকাৰৰ যোগেদি। মাধৱদেৱৰ আড়ম্বৰহীন কবিতাবোৰো ঠাই বিশেষে উপমা-অলংকাৰেৰে শোভিত হৈছে। সংস্কৃত বাক্যৰীতিৰ আৰ্হিতেই তেওঁ প্ৰিয় দেৱতাৰ ৰূপ ধ্যান কৰিছে। তেওঁৰ ইষ্টদেৱতাৰ নয়ন পঙ্কজ সদৃশ, চৰণ পঙ্কজ সদৃশ আৰু হস্তও পঙ্কজ সদৃশ। এই গতানুগতিক উপমাৰ ভিতৰতো তেওঁৰ

মৌলিকতা সু-স্পষ্ট। পদুমৰ দৰে ৰাতুল সেই চৰণ বন্দনাত তেওঁ কৈছে,—

'কৃপাৰেসে তিতি অৰুণ বৰুণ
চৰণ ভৈল তোমাৰ।'

তেওঁৰ বাবে ভগৱানৰ মুখমণ্ডল নয়নৰ পান পাত্ৰ, অৰ্থাৎ ভগৱানৰ ৰূপ অমৃতময়। মাধৱদেৱে তেওঁৰ সুহৃদ দেৱতাৰ লগত জড়িত প্ৰতিটো বস্তুতে অমৃতৰ সন্ধান পায়। তেওঁৰ বাবে 'ৰাম নামেসে অমিয়া জুৰে'। তেওঁৰ 'মায়াৰ ৰচনা আশানদী মাজে মজিয়া নপাইলো পাৰ' নাইবা 'ভৱকূপে জীৱ আছে পৰি, কালসৰ্পে দংশি হৰিল চেতন তাৰ' আদি ৰচনাবোৰ স্বভাৱজাত উপমাৰ প্ৰয়োগেৰে সুন্দৰ আৰু অৰ্থবহ।

'সদা জন্ম-মৃত্যু-জড়হীন শ্ৰীমন্ত সুন্দৰ গুণনিধি' তেওঁৰ উপাস্য দেৱতা। এই দেৱতাক স্মৰণ কৰি মাধৱদেৱে যিহকেই কয় সিয়েই হৈ পৰে আন্তৰিক প্ৰীতিৰ পৰশত সুন্দৰ, উজ্জ্বল আৰু নিৰ্মল।

**ভক্তি ৰত্নাৱলী**—নামঘোষাৰ পিছতে মাধৱদেৱৰ অন্যতম ঘাই ৰচনা হ'ল ভক্তি ৰত্নাৱলী। এই খনিও 'চৰিতপুথি'ৰ ভিতৰৰে এখন। পুথিখনিত মূল সংস্কৃতৰ সৰল অথচ পাণ্ডিত্যপূৰ্ণ অনুবাদ লক্ষ্য কৰা যায়। মূল পুথিৰ ৰচক হ'ল বিষ্ণুপুৰী নামৰ এজন পণ্ডিত। 'কথা-গুৰু চৰিত'ৰ মতে বিষ্ণুপুৰী সন্ন্যাসী। এইজনা ব্যক্তিৰ পৰিচয় সম্পৰ্কে সবিশেষ জনাৰ উপায় নাই। 'ভক্তি ৰত্নাৱলী' পুথিতো তেওঁ নিজৰ পৰিচয় বহলাই দাঙি ধৰা নাই। মাথোন প্ৰতিটো বিৰোচনৰ সামৰণিৰ পৰত নিজৰ "শ্ৰীমদ্ পুৰুষোত্তমচৰণৰবিন্দ-মকৰন্দবিন্দু প্ৰোমিলত-বিৰেকতৈৰভুক্ত পৰমহংস" বুলিহে নিজৰ কথা কৈ থৈছে। ইয়াৰ পৰা ইয়াকে জনা যায় যে তেওঁৰ গুৰুৰ নাম আছিল পুৰুষোত্তম আৰু মিথিলা প্ৰদেশৰ তৈৰভুক্তি বা ত্ৰিহুত নামৰ ঠাইভোখৰেই আছিল তেওঁৰ জন্মভূমি।[৬]

৬। প্ৰস্তাবিকৰ, 'ভক্তি-ৰত্নাৱলী'

পুথিখনিৰ শেষৰ তিনিটা শ্লোকত ইয়াৰ ৰচনা-কালৰ সময় দিয়া হৈছে "মহাজ্ঞান শৰ প্ৰাণ শশাংক গণিতে", অৰ্থাৎ ১৫৫৫ শক। বাৰাণসীৰ হৰি মন্দিৰত কান্তিমালা টীকাৰ সৈতে পুথিখনিৰ ৰচনা হৈছিল বুলি ভবা হয়; গ্ৰন্থকাৰে নিজে কোৱা মতে ৰচনা কৰা সময় ছোৱাত নিজা গুৰু, শিষ্য আৰু জন্ম ঠাই এৰি তেওঁ অকলশৰীয়া অৱস্থাত আছিল। পণ্ডিত ফাৰ্কুহাৰৰ মতে বিষ্ণুপুৰী আছিল মাধ্বৰ অনুগামী আৰু তেওঁৰ সময় আছিল চতুৰ্দশ শতিকাৰ দ্বিতীয়াৰ্ধ।

মাধৱদেৱৰ 'ভক্তি ৰত্নাৱলী' পুথিক অসমত সাধাৰণতে ৰত্নাৱলী বুলিয়েই জনা যায়। ঘৰুৱা মাত কথাত প্ৰচলিত 'ক বুলিব নাজানে ৰত্নাৱলী পঢ়ে' বোলা বচনফাকিয়ে পুথিখনিৰ গম্ভীৰ প্ৰকৃতিৰ কথাকে সূচায়। মূলপুথিত থকা ত্ৰয়োদশটি বিৰোচন হ'ল ক্ৰমে—ভক্তি সামান্য নিৰূপণম, ভক্তি হেতু নিৰূপণম, ভক্তি ভেদ নিৰূপণম, শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, পদ সেৱন, অৰ্চন, বন্দন, দাস্য, সখ্য, আত্ম নিবেদনম আৰু শৰণ গতি। একশৰণৰ উপযোগিতা, সৎ-সংগৰ প্ৰয়োজনীয়তা আৰু ভক্তি ধৰ্মৰ মহত্বৰ কথাকে শাস্ত্ৰখনিয়ে প্ৰচাৰ কৰিছে। এই অমূল্য শাস্ত্ৰখনি অসমলৈ আহে হাজোৰ কণ্ঠভূষণ নামে এজন লোকৰ হাতেদি। এওঁ আছিল শংকৰদেৱৰ পাৰিবাৰিক পুৰোহিত ৰামৰায় গুৰুৰ জোঁৱাই। বিষ্ণুপুৰীৰ শিষ্য ব্ৰহ্মানন্দই কণ্ঠভূষণৰ পৰা শংকৰদেৱৰ ঐশ্বৰিক প্ৰতিভা আৰু পাণ্ডিত্য শক্তিৰ কথা জানিব পাৰি গুৰুজনালৈ এই পুথিখনি দি পঠিয়ায়। পুথিৰ লগতে ব্ৰহ্মানন্দই চাৰিটি স্বৰচিত শ্লোকো শ্ৰদ্ধাৰ চিনস্বৰূপে দি পঠাইছিল। সেই কেইটিকে লৈ মাধৱদেৱে পিছত চাৰিটা ঘোষা ৰচনা কৰে। কণ্ঠভূষণৰ পৰা শাস্ত্ৰখনি পাই শংকৰদেৱে মাধৱক আদ্যোপান্ত পঢ়ি চাবলৈ দিয়ে। মাধৱে চাই দেখে যে তেওঁলোকে প্ৰচাৰ কৰা ধৰ্মমতৰে যেন এইখনি হাত-পুথি। ভক্তিৰ মাহাত্ম্যৰ লগতে এক শৰণৰো মহত্ত্ব—ঘোষণা দেখি দুয়োজন আনন্দত আত্মহাৰা হ'ল। পুথিখনিৰ ভাঙনি কৰাৰ কাম শংকৰ গুৰুৱে নিজে নলৈ সেয়া

থলে প্ৰিয় শিষ্য মহাপণ্ডিত মাধৱলৈ। শংকৰদেৱৰ তিৰোধানৰ পিছতহে অৱশ্যে মাধৱদেৱে পুথিখনিৰ ভাঙনি সম্পূৰ্ণ কৰে। এই ৰচনা কাৰ্য্যত নানা মানসিক অশান্তিয়ে তেওঁক আৱৰি ধৰিছিল। ভাগিন ৰামচৰণৰ লগত সুন্দৰীদিয়াত থকাৰ কালত ৰত্নাৱলী ৰচনা কৰি থকা মাধৱক শংকৰ ভাতৃ হাথিয়াই "গৈ দেখি বোলে অ' তুমিও শাস্ত্ৰ কৰিব খৈলা, মোৰ শ্ৰীশংকৰদেৱক দেখি, তাৰাৰ গ্ৰন্থ অনেকে আদৰকৈ চাব, পঢ়িব শুনিব, তোমাৰ পুথি চাব বাব কোনে ?" এই কথাত মনস্তাপ পাই মাধৱ গুৰুৱে বাকী থকা বিৰোচন কেইটি চমুৱাই ভাঙনি কৰি কোনো মতে পুথিখনি সামৰি থয়।[৭] সেয়েহে ৰত্নাৱলী পুথিৰ প্ৰথম বিৰোচন তিনিটিৰ বিস্তৃতি আৰু সাৱলীলতাৰ তুলনাত পিছৰ কেইটি নিষ্প্ৰভ যেন বোধ হয়।

মাধৱদেৱৰ 'ভক্তি-ৰত্নাৱলী' পুথিত মুঠ বাৰশ আঠোটি শ্লোক সন্নিবিষ্ট কৰা হৈছে। মূল পুথিত থকাৰ দৰেই গুৰুজনাই ভক্তি-মাহাত্ম্য প্ৰচাৰ কৰিছে, বিশেষ ফালৰি কাটি নহাকৈ। তাৰ মাজতে প্ৰয়োজন বোধে নিজা ব্যাখ্যাও মাজে মাজে সংযোগ কৰা দেখা যায়। মূলৰ ত্ৰয়োদশটি অধ্যায়ক তেওঁ এই কেইটি বিৰোচনত বিভক্ত কৰিছে—ভক্তি বিৰোচন, সৎসঙ্গ বিৰোচন, ভক্তি বিশেষণ, শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, পদ সেৱন, অৰ্চন, বন্দন, দাস্য, সখ্য, আত্ম নিবেদন, আৰু শৰণ। মাধৱদেৱৰ সৰ্ববিধ ৰচনাৰ ভিতৰত ভক্তি-ৰত্নাৱলীতেই ভক্তিৰ বিশদ আলোচনা দেখা যায়।*

**জন্ম ৰহস্য :**—তিনিশবো কম পদেৰে এইখনি এখনি সৰু পুথি। মাধৱদেৱৰ সাহিত্যিক জীৱনৰ আদিকালৰে এইখনি ৰচনা। কথিত আছে যে চিলাৰায় বীৰে 'জন্ম-পুৰাণ' নামৰ শাস্ত্ৰ এখনি শংকৰদেৱক দিছিল; তেওঁৰ মাদৈসকলে বুজি পোৱাকৈ পদত ৰচনা কৰিবৰ বাবে। বেজবৰুৱাৰ মতে চিলাৰায়ৰ ঘাই মহিষী ভুৱনেশ্বৰীয়েহে

৭। 'কথা-গুৰু-চৰিত', পৃঃ ২৯৭

* এই পুথিখনিৰ বিষয়-বস্তু সম্পৰ্কে স্থানান্তৰত বিশদ আলোচনা কৰা হৈছে।

এই পুথিখন শংকৰদেৱক ভাঙনি কৰিবৰ বাবে দিছিল। যি কি নহওক, শংকৰদেৱে কামটো হাতত লৈ পিছত প্ৰিয় শিষ্য মাধৱক ইয়াৰ অনুবাদৰ ভাৰ দিয়ে। গুৰুজনাৰ জীৱন কালতে “জন্ম-ৰহস্য” পুথি সম্পূৰ্ণ কৰি মাধৱদেৱে তেওঁৰ উত্তম ৰচনা শৈলীৰ বাবে যথেষ্ট প্ৰশংসা লাভ কৰিছিল।

‘জন্ম-ৰহস্য’ পুথিৰ কাহিনী ভাগ যাইকৈ ভাগৱত পুৰাণৰ ওপৰত আধাৰিত। কথা গুৰুচৰিত পুথিয়ে ‘জন্ম-পুৰাণ’ নামৰ এখনি শাস্ত্ৰৰ কথা কলেও এই নামৰ কোনো পুথিৰ কথা জনা নাযায়। ভাগৱতত বৰ্ণিত কৰা মতেই দশ অৱতাৰৰ কথা জন্ম-ৰহস্য পুথিত দাঙি ধৰা হৈছে। লক্ষণীয় কথা এয়ে যে ইয়াত হলিৰাম অৱতাৰটি উল্লেখ আছে যদিও লীলা বৰ্ণনাত কৃষ্ণৰ সমস্ত কৰ্মৰাজিহে বিশদভাৱে প্ৰচাৰিত হৈছে। পুথিখনিৰ মূল পদৰ আধাতকৈ বেছি অংশ অধিকাৰ কৰি আছে বিষ্ণু কৃষ্ণৰ মহিমা বৰ্ণনাই।

এইখনি পুথি মাধৱদেৱৰ মৌলিক ৰচনা যেনহে বোধ হয়—প্ৰকাশ ভংগীৰ স্বচ্ছলতাৰ বাবে। মহাপুৰুষজনাৰ ব্যক্তিগত অনুভূতি আৰু অভিজ্ঞতাই ইয়াত ঠাই বিশেষে ভুমুকি মাৰিছে। মাধৱদেৱৰ অন্তৰত উপচি থকা গুৰুশংকৰৰ প্ৰতি শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ এটি ধাৰা পুথিখনিৰ শেষৰ ফালে বৈ আছে। গুৰুজনাৰ প্ৰচাৰিত ধৰ্ম-মতৰ যাই উপদেশ হৰি নাম শ্ৰৱণ আৰু কীৰ্তনৰ মাহাত্ম্য প্ৰচাৰ কৰোঁতে অনুবাদক মাধৱদেৱ পৰিবৰ্ত্তিত হৈছে এজন আত্ম উৎসৰ্গিত প্ৰচাৰকলৈ।

**নাম মালিকা** :—‘নাম মালিকা’ মাধৱদেৱৰ অন্য এখনি অনুবাদ পুথি। মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাৰ বিৰূপাক্ষ কাজিৰ অনুৰোধত পুথিখনিৰ কাম হাতত ললেও এই কাম কৰি মাধৱদেৱে মানসিক তৃপ্তি পোৱা নাছিল। তেওঁ নিজেই কৈছে—

> নাহিকে শৃংখল গ্ৰন্থ অতি নিৰঙ্কুশ।
> তাৰ পদ কৰি কোনে মিলাইবে কৌতুক॥

পুৰুষোত্তম গজপতিৰ আজ্ঞাত পণ্ডিতসকলে "পুৰাণ ভাৰত স্মৃতি আগমক চাই" সংগ্ৰহ কৰা কৃষ্ণ নামৰ মাহাত্ম্যসূচক শ্লোকৰ একত্ৰ সংকলনেই হ'ল "নাম মালিকা" শাস্ত্ৰ। তপ-জপ-যাগ-যজ্ঞ সকলো শাস্ত্ৰতকৈ শ্ৰৱণ কীৰ্ত্তনৰ পথেই যে শ্ৰেষ্ঠতৰ, কলিযুগৰ সৰ্বাধিক পাপ নাশ কৰিবৰ বাবে হৰিনামেই যে একমাত্ৰ ঔষধ—সেইকথাকে 'নাম মালিকা' পুথিয়ে বিবিধ শাস্ত্ৰৰ উদ্ধৃতিৰে প্ৰচাৰ কৰিছে। পুথিখনিয়ে হৰিনামৰ লগতে শিৱৰ নামৰো মাহাত্ম্য ঘোষণা কৰা দেখা যায়। হৰ সন্তুষ্ট হলেই হৰিও তুষ্ট হয় বুলি ঘোষণা কৰি হৰি হৰৰ অভেদৰ কল্পনাৰ আভাস এটি ইয়াত দেখা যায়। যিবোৰ শাস্ত্ৰৰ শ্লোকৰ সমাবেশেৰে 'নাম মালিকা' পুথি ৰচিত হৈছে তাৰ নামৰ মাজত বিভিন্ন আগম শাস্ত্ৰৰ নামো দেখা যায়। সম্ভৱ পুথিখনিৰ ভাঙনি কাৰ্য্যত মাধৱদেৱে তৃপ্তি নোপোৱাৰ মূলতে নিৰস ৰচনা শৈলীৰ লগতে আগম শাস্ত্ৰৰ সমাবেশ অন্যতম কাৰণ আছিল।

'নাম মালিকা'ত শ্লোক সন্নিবিষ্ট কৰা শাস্ত্ৰসমূহ হল—

(১) ব্ৰহ্ম পুৰাণ (২) পদ্ম পুৰাণ (৩) বিষ্ণু-পুৰাণ (৪) শিৱ পুৰাণ (৫) অগ্নি-পুৰাণ (৬) ভবিষ্য পুৰাণ (৭) ব্ৰহ্মবৈৱৰ্ত্ত পুৰাণ (৮) লিংগ পুৰাণ (৯) স্কন্দ পুৰাণ (১০) বামন পুৰাণ (১১) কূৰ্ম পুৰাণ (১২) মৎস্য পুৰাণ (১৩) গৰুড়-পুৰাণ (১৪) ব্ৰহ্মাণ্ড পুৰাণ (১৫) বৃহদ্‌বিষ্ণুপুৰাণ (১৬) নৰসিংহ পুৰাণ (১৭) বৃহদ্ নৰসিংহ পুৰাণ (১৮) আদিত্য পুৰাণ (১৯) অংগিৰস পুৰাণ (২০) বায়ু পুৰাণ (২১) ভাগৱত পুৰাণ (২২) মহাভাৰত (২৩) ভগৱদ্‌গীতা (২৪) ভাৰত বিভাগ (২৫) নন্দী পুৰাণ (২৬) বহ্নি পুৰাণ (২৭) ইতিহাসোত্তম (২৮) লঘু ভাগৱত (২৯) প্ৰভাস পুৰাণ (৩০) জগদম্মী সংহিতা (৩১) বিশ্বমিত্ৰ সংহিতা (৩২) গৌৰ সংহিতা (৩৩) শত্ৰুশত সংহিতা (৩৪) বৈশ্বানৰ সংহিতা (৩৫) ব্ৰহ্মপ্ৰোক্ত-সংহিতা (৩৬) পৰাশৰ সংহিতা (৩৭) শুশ্ৰুত সংহিতা (৩৮) কাত্যায়ন-সংহিতা (৩৯) বৈশম্পায়ন সংহিতা (৪০) পাতঞ্জল

সংহিতা (৪১) অগস্তি সংহিতা (৪২) লীলাৱতী (৪৩) বিষ্ণু ধৰ্মোত্তৰ ( আদি অংশ ) (৪৪) ভৱিষোত্তৰ (৪৫) বিষ্ণু-ৰহস্য (৪৬) শিৱ ৰহস্য (৪৭) ব্ৰহ্মা ৰহস্য (৪৮) বৈৰিঞ্চি শ্ৰৱণ (৪৯) চতুৰ্ব্যূহ চিন্তামণি (৫০) বৈষ্ণৱ চিন্তামণি (৫১) শ্ৰুতি সংহিতা (৫২) গৌতমী আগম (৫৩) বিষ্ণু যামল (৫৪) গৌতমী-তন্ত্ৰ (৫৫) অশ্বলায়ন (৫৬) বৈৰিঞ্চি-তন্ত্ৰ (৫৭) মেৰু-তন্ত্ৰ (৫৮) নাৰায়ণ তন্ত্ৰ (৫৯) কাশ্যপ পাঞ্চৰাত্ৰে আগম (৬০) ৰাম ভাৰতাদি সম্বাদ (৬১) বশিষ্ঠ তন্ত্ৰ।

**আদিকাণ্ড ৰামায়ণ :**—মাধৱদেৱৰ আদিকাণ্ড ৰামায়ণ ৰচনাৰ লগত এটি কাহিনী জড়িত হৈ আছে। মাধৱ-কন্দলীৰ মূল ৰামায়ণ খনি সম্ভৱ আনবোৰ অসমীয়া ৰামায়ণৰ দৰেই পঞ্চকাণ্ড বিশিষ্ট আছিল। সেইখনিকে অনন্ত কন্দলীয়ে 'ঢাকি তুচ কৈ গুচাবৰ' মন দিয়াত,[৮] অৰ্থাৎ সামান্য হাত ফুৰাই নিজৰ নামত চলাবলৈ মন মেলাত শংকৰদেৱ আৰু মাধৱদেৱে পূৰ্ব কবিজনাৰ কীৰ্তি অক্ষুন্ন ৰাখিবৰ বাবে বাকী দুই কাণ্ড সংযোগ কৰি পুথিখনি নতুনকৈ সম্পাদন কৰি উলিয়ায়। শংকৰদেৱে লয় উত্তৰাকাণ্ড ৰচনাৰ কাম আৰু মাধৱদেৱে হাতত লয় আদি কাণ্ড। তদুপৰি গুৰুচৰিতে কোৱাৰ দৰে, ঠায়ে ঠায়ে উপদেশৰ আচুঁফুল দি ৰামায়ণখন নতুন আদৰ্শৰে সজাই তোলে মাধৱদেৱে।

শিশু-চৰিত্ৰ চিত্ৰনত মাধদেৱে সদায়েই আহ্লাদ লাভ কৰিছিল। আদিকাণ্ড ৰামায়ণতো তেওঁ বিচাৰি পাইছিল শিশু ৰামৰ মনোমোহা ৰূপ। বাল্মিকী ৰামায়ণৰ ওপৰত প্ৰতিষ্ঠিত হলেও মাধৱদেৱৰ আদিকাণ্ডত পদ্ম-পুৰাণৰ যথেষ্ট প্ৰভাৱ দেখা যায়। দুয়োজনা মহাপুৰুষৰ ৰামায়ণ ৰচনাৰ অন্য এটি তাৎপৰ্য্যও বৰ্ত্তমান। শংকৰ-

৮। 'কথা-গুৰু-চৰিত', পৃঃ ১৫১

দেৱৰ এটি মাথোন বৰগীত আৰু 'ৰাম-বিজয়' নাটৰ বাহিৰে, আৰু মাধৱদেৱৰ তিনিটি বৰগীত আৰু ৰাম-ভাওনা নাটৰ বাহিৰে তেওঁ-লোকৰ বাকী সমস্ত ৰচনাৰে বিষয়বস্তু হ'ল বিষ্ণু-কৃষ্ণৰ লীলা মাহাত্ম্য প্ৰচাৰ। মাধৱদেৱৰ ৰচনাত যিখিনি সন্দেহযুক্ত অংশ, তাৰ কতোৱেই শৃংগাৰ ৰসৰ প্ৰকাশ দেখা নাযায়। আদিকাণ্ড ৰামায়ণত কিন্তু এই ৰসৰ ছিটিকনি এটি উজ্বল হৈ ধৰা পৰে। সেইকালৰ পৰাও মাধৱদেৱৰ ৰচনাৰ মাজত আদিকাণ্ডৰ বিশিষ্টতা বৰ্ত্তমান।

বাল্মিকী-ৰামায়ণৰ 'বাল-কাণ্ড'ই হ'ল আমাৰ আদিকাণ্ড। মাধৱদেৱৰ মুকলি অনুবাদত ই নৱৰূপ পৰিগ্ৰহ কৰিছে। মূলৰ ৭৭টি সৰ্গক মূলৰ দৰেই বিভাজন নকৰি গুৰুজনাই মুঠ ১৪৯১টি পদত কাহিনীভাগ সামৰি থৈছে। কেইটিমান অধ্যায় তেওঁ সম্পূৰ্ণ বাদ দিছে। কেতিয়াবা আকৌ এফাকি বা দুফাকি পদতে একোটি সম্পূৰ্ণ সৰ্গ সামৰি পেলাইছে। তাৰ বিপৰীতে তেওঁ যে মূলৰ কথা কেতিয়াবা বাৰে ৰহনীয়া ৰূপে বহলাই পেলোৱা নাই এনেও নহয়। ঠাই বিশেষে একোটি আখ্যান তেওঁ মূলতকৈও বহলাই দাঙি ধৰা দেখা গৈছে। এনেবোৰ ক্ষেত্ৰত চকুত পৰে তেওঁৰ মৌলিক কবি প্ৰতিভাৰ এটি বিকশিত ৰূপ। উদাহৰণ স্বৰূপে ঋষ্যশৃংগ মুনিৰ আখ্যানটোলৈ আঙুলিয়াব পাৰি। বাল্মিকী ৰামায়ণত লোমপাদ ৰজাক নাৰদে পুত্ৰেষ্ঠি যজ্ঞ কৰাৰ উপদেশৰ কথা নাই। এয়া মাধৱদেৱৰহে সংযোজন। তদুপৰি মুনিৰ কাষত নটী সকলৰ আদি ৰসাত্মক ছলা-কলাৰ বিৱৰণেও মাধৱদেৱৰ হাতত মূলতকৈ প্ৰাধান্য লাভ কৰিছে। পৰশুৰাম আখ্যানৰ মাজতো মাধৱদেৱৰ মৌলিকতা পৰিস্ফুট। বাল্মিকী-ৰামায়ণ আৰু পদ্ম-পুৰাণ দুয়োখনিতে পৰশু-ৰামৰ ক্ৰোধৰ এটাই কাৰণ দিয়া হৈছে, সেয়া হ'ল এজন সমকক্ষ প্ৰতিযোদ্ধাৰ সন্ধান। মাধৱদেৱে কিন্তু এই ক্ৰোধৰ তিনিটি কাৰণ আৰোপিত কৰিছে। সেই কেইটি হ'ল—পৰশুৰামৰ গুৰু শিৱৰ ধনু

ভংগ, উপযুক্ত বীৰ যোদ্ধাৰ সন্ধান আৰু 'ৰাম' নাম পৰিগ্ৰহণৰ বাবে ৰামচন্দ্ৰৰ প্ৰতি বিৰাগ।

'আদিকাণ্ড'ত ৰামায়ণৰ সম্পূৰ্ণ কাহিনীটিকে চমুৱাই বৰ্ণনা কৰা হৈছে। বিস্তৃত অনুবাদৰ ক্ষেত্ৰত আদি কবিৰ প্ৰথম কবিতাকাকিৰ পৰা আৰম্ভ কৰি ৰামচন্দ্ৰৰ ৰাজ্যাভিষেকৰ সূচনালৈকে বৰ্ণোৱা হৈছে। সমস্ত অংশটোত মাধৱদেৱৰ কবি প্ৰতিভা বাথৰৰ দৰে জিলিকি থকা দেখা যায়। তাৰ মাজতে যি কেইটি অংশত এই জিলিকনি অধিক প্ৰতিভাত হৈছে সেই কেইটি হ'ল ৰজাসকলৰ বিপক্ষে ৰাম লক্ষ্মণৰ সংগ্ৰাম ( পদ সংখ্যা ১২৩২ৰ পৰা ১৩২১ লৈকে ), পৰশুৰামৰ ক্ৰোধ ( পদসংখ্যা ১৩৯৩ৰ পৰা ১৪৫২ লৈকে ) আৰু সীতাৰ সৌন্দৰ্য্য ( পদ-সংখ্যা ৯৩৮ৰ পৰা ১০৩২ লৈকে )। শংকৰদেৱৰ উত্তৰা কাণ্ডৰ দৰে মাধৱদেৱৰ আদিকাণ্ডতো ভগৱান ৰামচন্দ্ৰৰ মাজত দেৱত্বতকৈ মানৱ সুলভ আবেগ অনুভূতি বেছি স্পষ্টৰূপে প্ৰকাশ পাইছে। মাধৱদেৱৰ ৰাম শান্ত, মহৎ আৰু দৃঢ় ব্যক্তিত্ব সম্পন্ন ৰাজপুত্ৰ। তেওঁ—

পৰম শ্ৰীমন্ত মন্ত শীতল শৰীৰ।
সাগৰ গম্ভীৰ বীৰ গুণৰ মন্দিৰ ॥

আদিকাণ্ডত সীতা চৰিত্ৰ বিকশিত হোৱাৰ সুবিধা বিশেষ নাই যদিও মাধৱদেৱে কম পৰিসৰতে সুন্দৰী সীতাৰ মনোমোহা ছবি অংকন কৰিছে। ৰামৰ লগত বিবাহ হোৱাৰ পিছত কইনা বিদায়ৰ পৰত সীতাৰ ডিঙিত ধৰি কন্দা মাতৃ মেনকাৰ ছবিও বৰ স্বাভাৱিক। মেনকাই জানকীৰ ডিঙিত ধৰি—

কাকো লাগি এতমান কৰিবো জীয়াই
ঘৰ শুৱনীয়া কৈৰ যাইবে সীতা আই ॥
সীতা সীতা বুলি নাম লৈবোহো কাহাৰ।
তই গৈলে প্ৰাণ কেনে ৰহিব আমাৰ ॥
আজি সৰ্ব্বশূন্য কৰি যাইবে মোৰ ঘৰ।
আনে যে আপোন ভৈল মই ভৈলো পৰ ॥

বুলি কৰা ক্ৰন্দনৰ মাজত প্ৰতিগৰাকী কইনাৰ মাতৃৰ অনুভৱে সোমাই আছে। ঘৰুৱা থুতি-নাতিৰ এনেবোৰ বিৱৰণে মাধৱদেৱৰ ৰচিত এই কাণ্ডটো মাধৱকন্দলীয়ে ৰচনা কৰা বাকী পাঁচোটা কাণ্ডৰ সমলক্ষণ বিশিষ্ট হৈ উঠিছে। অলংকাৰ প্ৰয়োগৰ নিপুণতাই সমগ্ৰ আদি কাণ্ডতে সুকোমল সৌন্দৰ্য্যৰ আভা ফুটাই তুলিছে।

আদিকাণ্ড আৰু উত্তৰাকাণ্ড ৰচনাৰ আঁৰত দুয়োজনা মহাপুৰুষৰ অন্ত এটি মনোভাৱেও ক্ৰিয়া কৰিছিল। সেয়া আছিল সৰ্বজনপ্ৰিয় ৰামৰ আখ্যানৰ যোগেদি বিষ্ণুভক্তি তথা একশৰণৰ আদৰ্শ প্ৰচাৰ কৰা। তাকে কৰিবলৈ যাওঁতে ৰামচন্দ্ৰক এওঁলোকে ভগৱান বিষ্ণুৰ অৱতাৰ বুলি সঘনে ঘোষণা কৰিবলৈ পাহৰা নাই। মাধৱদেৱে এই বুলিও কৈছে যে—কংস, পুতনা, অঘাসুৰ আদিক বধ কৰোঁতা আৰু বান্দৰৰ সতে সখীত্ব পতোৱা ৰামচন্দ্ৰ দুয়ো প্ৰকৃততে একেজন ব্ৰহ্মৰে দুটি ৰূপ। মূলৰ কেৱল মৌলিক ৰসেৰে ভৰপূৰ ৰামায়ণ খনিৰ গোটেই গাতে হাত ফুৰাই মাধৱদেৱে সেইখনিক নতুন ৰূপেৰে সজোৱাৰ দৰে আদিকাণ্ডতো ভক্তিৰসৰ যি বোল সানিলে, সি সূচনাতে সমগ্ৰ ৰামায়ণ খনিত গম্ভীৰ প্ৰকৃতি দান কৰাটো পৰিলক্ষিত হয়।

**ৰাজসূয়-কাব্য :** এইখনি কাব্যৰ কাহিনীভাগ ভাগৱত পুৰাণৰ দশম স্কন্ধৰ ৰাজসূয়-যজ্ঞৰ ওপৰত প্ৰতিষ্ঠিত। শংকৰদেৱে ভাগৱত অনুবাদ কৰোঁতে তাৰে দশমৰ এছোৱা ভাঙনি কৰিছিল অনন্তকন্দলীয়ে। পিছে এই ভাঙনিটিত যুদ্ধৰ বিৱৰণেহে প্ৰাধান্য পোৱাত শংকৰদেৱ সন্তুষ্ট হ'ব পৰা নাছিল। সেয়েহে একে দশমৰ ভক্তি-কাহিনী লৈ মাধৱদেৱে পিছত ৰচনা কৰে ৰাজসূয় কাব্য আৰু শংকৰদেৱে নিজে ৰচনা কৰে দুখানি কাব্য 'ৰুক্মিণী-হৰণ' আৰু 'কুৰুক্ষেত্ৰ'।[১]

মাধৱদেৱে 'ৰাজসূয়' কাব্যত ভাগৱতৰ বাহিৰেও 'আনো শাস্ত্ৰ

---

১। 'কথা-গুৰু-চৰিত', পৃঃ ২৬৫

মত কিছু'ৰ মিশ্ৰণ ঘটাইছে। কাব্যখনিৰ মূল উদ্দেশ্য হ'ল নাৰায়ণৰ পূৰ্ণ অৱতাৰ কৃষ্ণৰ মহিমা প্ৰচাৰ কৰা। তাৰ বাবে যিকেইটি আখ্যানৰ সহায় লোৱা হৈছে সেইকেইটি হ'ল ভক্ত ৰজা যুধিষ্ঠিৰৰ ৰাজসূয়-যজ্ঞ সম্পাদনৰ বাবে কৃষ্ণৰ দ্বাৰা ছল কৰি অসুৰ ৰাজ জৰাসন্ধ নিধন, বন্দীৰজাসকলক মুক্তিপ্ৰদান, শিশুপাল বধ আৰু ৰজা যুধিষ্ঠিৰৰ অভিষেক সম্পাদন। মাধৱদেৱৰ অনুবাদৰ নিজা যি লক্ষণ, ঠাই বিশেষে বিস্তৃতিকৰণ আৰু ঠাইবিশেষে সংক্ষিপ্তকৰণেৰে সি এই কাব্যতো পৰিস্ফুট। উদাহৰণ স্বৰূপে, সুধৰ্মাৰ সভা, শ্ৰীকৃষ্ণৰ ইন্দ্ৰপ্ৰস্থ আগমন আৰু শিশুপালৰ বাল্যকালৰ কাহিনী ইয়াত আড়ম্বৰ-সহকাৰে দাঙি ধৰা হৈছে। তাৰ বিপৰীতে জৰাসন্ধৰ শিশুকালৰ কাহিনী সম্পূৰ্ণৰূপে বাদ পৰিছে। ঐকান্তিক ভক্তিৰ জয়ঘোষণা কৰা আৰু একশৰণৰ প্ৰতি জনসাধাৰণৰ মনোযোগ আকৰ্ষণ কৰাত গুৰুত্ব আৰোপ কৰা হৈছে।

পূৰ্ণব্ৰহ্মৰ মানৱীৰূপ শ্ৰীকৃষ্ণৰ বিবিধ লীলা আৰু দয়া, ক্ষমা আদি বিশিষ্ট গুণসমূহৰ কথা কাব্য খনিত নানাভাৱে বৰ্ণিত হৈছে যদিও তাৰ ভিতৰত বিশেষ ভূমিকা লৈছে নাৰদ, উদ্ধৱ আৰু সহদেৱৰ উক্তিয়ে। কৃষ্ণৰ স্ব-মুখেদিও প্ৰকাশ পাইছে—

চিদানন্দ পূৰ্ণসত্য নিত্য নিৰন্তৰ
মোহোৰ প্ৰকাশে প্ৰকাশয় চৰাচৰ
সৃষ্টি স্থিতি প্ৰলয়ৰো কাৰণ সাক্ষাত
জীৱৰো অবিদ্যা গুচে মোহোৰ সেৱাত
নোচোৱয় মোক দোষ-গুণে জগতৰ
পৰম ঈশ্বৰ মঞি প্ৰকৃতিতো পৰ ॥

এই উক্তিৰ দ্বাৰা ৰাজপুৰুষ কৃষ্ণৰ চৰিত্ৰত পৰম পুৰুষত্ব দৃঢ়ভাৱে অংকিত হৈছে। তেওঁৰ ভক্ত বৎসল গুণৰ ইংগিত পোৱা যায় বন্দী ৰজাসকলক মুকলি কৰা আৰু যুধিষ্ঠিৰৰ যজ্ঞ সম্পাদন কৰাত সহায় কৰা কাৰ্যত। পঞ্চপাণ্ডৱৰ প্ৰেম ভক্তিৰ বন্ধনত আবদ্ধ যদুপতিৰ

কৃপালু স্বভাৱৰ অন্য এটি নিদৰ্শন হ'ল বৈৰী শিশুপালক সাৰোপ্য মুক্তি প্ৰদান কৰাটো। একশৰণৰ আদৰ্শ আগত ৰাখি এই কাব্যত কৃষ্ণক সবাতোকৈ শ্ৰেষ্ঠ দেৱ বুলি নানা ভাৱে উক্তি কৰা হৈছে।

মাধৱদেৱৰ ৰচনাত সাধাৰণতে লগ পোৱা শিশু-কৃষ্ণৰ ঠাইত 'ৰাজসূয়' কাব্যৰ কৃষ্ণ এজন পৰিণত বয়সৰ ব্যক্তি। গীত আৰু ঝুমুৰাৰ দুষ্ট অকনমাণি শিশুটি ইয়াত দ্বাৰকাৰ দায়িত্ব সম্পন্ন শাসক আৰু এজন অভিজ্ঞ কূটনীতিজ্ঞলৈ ৰূপান্তৰিত হৈছে। প্ৰতিটো জটিল সমস্যাতে মন্ত্ৰীসবৰ লগত মন্ত্ৰণা কৰা তেওঁ এজন আদৰ্শ শাসনকৰ্তা। আনহাতে আত্মীয় স্বজন আৰু ভৃত্য সকললৈ মৰম আৰু দয়া ভৰা হৃদয়ৰ তেওঁ এজন আদৰ্শ গৃহীও। শত্ৰুৰ তেওঁ হৃদ্‌কম্প আৰু মিত্ৰৰ বাবে অন্তহীন আনন্দৰ উৎস। শ্ৰীকৃষ্ণৰ ৰূপৰ বৰ্ণনাত কবি মাধৱৰ সমস্ত অনুৰাগ অৰ্পিত হৈছে। কৃষ্ণৰ মহিষী সকলৰ ছবিও অলংকাৰৰ সমৃদ্ধিৰে মনোমোহা। বৰ্ণনা দানৰ ক্ষেত্ৰত মাধৱদেৱৰ নিপুণতা এই কাব্যৰ যোগেদি সুন্দৰকৈ প্ৰকাশ পাইছে। তাৰে উদাহৰণ সুধৰ্মাৰ সভা আৰু শ্ৰীকৃষ্ণৰ ইন্দ্ৰপ্ৰস্থ আগমনৰ বৰ্ণনা। অন্য এখন সজীব ছবি পোৱা যায়—ভীম-জৰাসন্ধৰ যুদ্ধৰ মাজত। দুজন যুঁজাৰুৰ পৰাক্ৰম, ক্ৰোধ আৰু প্ৰত্যক্ষ কৰি থকা দৰ্শক সকলৰ মনৰ উৎকণ্ঠা, আশা-হতাশা ইত্যাদি বিভিন্ন অনুভূতিৰ উঠা-নমা মাধৱদেৱে অত্যন্ত নিপুণতাৰে অংকণ কৰিছে। বিভিন্ন ৰসৰ লগত খাপখোৱাকৈ কৰা ছন্দসজ্জাৰ এটি উৎকৃষ্ট উদাহৰণ হ'ল ঝুমুৰি ছন্দৰ শিশুপালৰ ক্ৰোধৰ আখ্যানটি। অসৎ ৰজা শিশুপালৰ মুখৰ বচনসমূহে চৰিত্ৰটো পৰিষ্কাৰকৈ ফুটাই তুলিছে। শিশুপালৰ মুখত যিবোৰ গ্ৰাম্যবচন মাধৱদেৱে দিছে, সেইবোৰে মনত পেলায় শংকৰদেৱৰ পাৰিজাত হৰণৰ শচী-সত্যভামাৰ বাক্‌যুদ্ধখনলৈ।

চিত্ৰবৎ বিৱৰণ, অলংকাৰ প্ৰয়োগৰ শোভাময়তা, বাস্তৱানুগ চৰিত্ৰ অংকণ, ৰসৰ সাৰ্থক প্ৰয়োগ আৰু মহাপুৰুষীয়া আদৰ্শৰ

কলাসুলভ উপস্থাপনেৰে 'ৰাজসূয়' কাব্য মাধৱদেৱৰ অন্যতম শ্ৰেষ্ঠ সৃষ্টি।

**বৰগীত, ভটিমা**—মাধৱদেৱৰ অন্যতম অৱদান অনুপম বৰগীতসমূহ। চৰিতপুথিৰ মতে শংকৰদেৱৰ প্ৰেৰণাতে যাইকৈ মাধৱদেৱে গীত ৰচনা কৰিবলৈ লয়।[১০] দুয়োজনা মহাপুৰুষৰ ভনিতাত 'বাৰকুৰি' বৰগীতৰ কথা সত্ৰ-সমাজত প্ৰচলিত আছে। শংকৰদেৱৰ গীতসমূহৰ ভিতৰত দেৰকুৰি চাৰিটা বৰগীতহে পোৱা যায়, বাকীবোৰ কমলা বায়নে আওৰাবলৈ নি লগত ৰখাত বনপোৰা জুয়ে গ্ৰাস কৰিলে। এতিয়া পাবলৈ থকা মুঠ বৰগীতৰ সংখ্যা ১৯১ টা।

শংকৰ-মাধৱৰ গীতসমূহক পিছৰ কালতহে 'বৰগীত' আখ্যা দিয়া হয়। 'বৰগীত' মানে হ'ল মহান গীত বা শ্ৰেষ্ঠ গীত। বৰগীতৰ দৰে একে ভাব, ভাষা আৰু বিষয়বস্তুৰে ৰচনা কৰা ৰামচৰণ ঠাকুৰ, যদুমণি দেৱ, ভৱানীপুৰীয়া গোপাল আতা, পদ্মপ্ৰিয়া আই, আহঁত-গুৰীয়া শ্ৰীৰাম, অনিৰুদ্ধদেৱ আৰু অন্যান্য দুই-একে কৰা গীতক কিন্তু বৰগীত বোলা নহয়। কেৱল শংকৰ-মাধৱৰ গীতখিনিৰহে এই নাম। কোনো কোনোৱে কবলৈ বিচাৰে যে গুৰুৰ পৰামৰ্শ মতে গীত ৰচনা কৰাৰ পিছত গুৰুৰে দিহাত মাধৱদেৱে গীতসমূহক 'বৰগীত' আখ্যা দিয়ে, পিছে এই কথাৰ যুক্তিসম্মত প্ৰমাণ পাবলৈ নাই। যিমানদূৰ সম্ভৱ গুৰুদুজনাই নিজে গীতসমূহক বৰগীত বোলা নাছিল।

বৰগীতৰ বিষয়বস্তু সদায়ে বিষ্ণু-কৃষ্ণ বা ৰামচন্দ্ৰৰ লীলাসমূহ। সাধাৰণতে এইবোৰ শৃংগাৰ ৰসৰ পৰা মুক্ত। মাধৱদেৱৰ গীতসমূহৰ

১০। "গুৰুজনে খেদকৈ বোলে ৰবাপো, অনেক শ্ৰমকৈ গীতখানি কৈলো, পুইলে। গীত কিছু কৰা, আমি নকৰো আৰু। তেহে শ্ৰীমাধৱদেৱে গুৰুবাক্য ধৰি কৰিছে"। —'কথা গুৰু চৰিত', পৃঃ ২৭১

প্ৰধান ৰস হ'ল বাৎসল্য। বৰগীতত ছয় ৰসৰ প্ৰয়োগ সম্পৰ্কে পুৰণি চৰিত পুথিত উল্লেখ পোৱা যায়। এই 'ৰস' শব্দই প্ৰকৃততে বিষয়বস্তুকহে বুজাইছে। এইবোৰ হ'ল—লীলা, বিৰহ, বিৰক্তি, পৰমাৰ্থ, চৌৰ আৰু চাতুৰি। কেতিয়াবা আকৌ লীলাৰ গীতখিনিকো জাগন, চলন, খেলন আৰু নৃত্য এই কেইটা ভাগত ভাগ কৰা হয়। মাধৱদেৱৰ ৰচনাত লীলাৰ গীতকেইটি বৰ মনোমোহা। জাগনৰ গীতৰ সৰ্বশ্ৰেষ্ঠ উদাহৰণ হৈছে 'তেজৰে কমলাপতি পৰভাত নিন্দ' গীতটি। যশোদা আয়ে শ্যামকামুক মৰমসনা মাতেৰে শেতেলী এৰিবলৈ সকিয়াইছে, এয়ে গীতটিৰ বিষয়বস্তু। গীতটোৰ মাজত প্ৰভাতকালৰ সৌন্দৰ্য জিলিকি উঠিছে। চলনৰ গীতত থাকে কৃষ্ণৰ বৃন্দাবন-যাত্ৰাৰ ছবি। খেলনৰ গীতত কৌতুকপ্ৰিয় কানায়ে কেনেকৈ 'বংশীৰ স্বৰে নামধৰিয়া ডাকি আনে ধেনু' আৰু কেনেকৈ তেওঁৰ লগত 'খেলে সংগে ৰংগে ঢংগে ব্ৰজৰ ছুৱাল'—এনেবোৰ বিৱৰণ থাকে। নৃত্যৰ গীতত থাকে নৃত্যকুশল মাধৱৰ চঞ্চল চৰণৰ বিবিধ ভংগিমা, নানান বাদ্যৰ লগত লয়লাসে কৰা তেওঁৰ নৃত্যৰ ছবি। এই চাৰিওবিধ গীততে মাধৱদেৱৰ বিশেষ পাৰদৰ্শিতা ফুটি উঠিছে। 'ভোজন-বেহাৰ' বা 'ভোজন-ব্যৱহাৰ' বুলি গুৰুজনাৰ যিখিনি ঝুমুৰা আছে, তাৰ গীতসমূহক বোলা হয় 'ভোজন-বেহাৰৰ গীত'। এইখিনি গীতত কৃষ্ণই বৃন্দাবনত অন্ন-দধি-দুগ্ধ খাই নৃত্য-গীত কৰাৰ আনন্দময় বিৱৰণ আছে। 'অৰ্জুন-ভঞ্জন' বা 'দধি-মথন' ঝুমুৰাৰ গীতকেইটিক বোলা হয় 'দধি-মথনৰ গীত।' সেইদৰে 'ভূষণ-হৰণ'ৰ গীতবোৰো হ'ল মাধৱদেৱৰ নামত প্ৰচলিত একে নামৰে ঝুমুৰাৰ অন্তৰ্ভুক্ত গীত। এইবোৰৰ বিষয়বস্তু অতিশয় আমোদজনক। স্বৰ্ণালংকাৰ ভূষিত শিশু কৃষ্ণক অকলশৰে গছৰ তলত শুই থকা দেখি কোনোবাই ভূষণ চুৰ কৰাৰ আশংকাত বাধাই সেইবোৰ খুলি নি যশোদাক দিলেগৈ। অলপ পিছত উদং শৰীৰেৰে অপৰাধী কানাই মাকৰ কাষ পালেহি, পায়েই শুনিলে

ৰাধাৰ অভিযোগ। লগে লগে টেটোন কানায়ে ৰাণী মাৰি মাকক লগালে—

"এক গোৱাৰিণী মাতিয়ে হামাকু
দেলহু বুলি মিঠাই।
তাহেক ভোজন কৰিয়ে শয়ণকহো
চেতন হৰাৱলো মাই॥
শিৰ ফিৰাৱত নয়ন ঢুলাৱাত
ঘনে ঘনে আৱত হামি।
জ্ঞান বিৰোহিত হোই কদম্বতলে
একা শুতাৱলো আমি॥
ৰাধা ভূষণ চুৰি কৰিয়েকহো
পুচত বাত হামাৰি।
হামু ঠিক অচেতন হুই
কি কহবো বচন বিচাৰি॥"

এই গীতৰ ৰাধা, চিৰাচৰিত বিশ্বাসমতে প্ৰচলিত কৃষ্ণৰ প্ৰেমিকা নহয়, এজনী সাধাৰণ গোপীকা মাত্ৰ। মাধৱদেৱৰ গীতসমূহত কৃষ্ণৰ যুৱা বয়সৰ প্ৰেম-প্ৰণয়ৰ বৰ্ণনা ক'তো নাই, আছে মাথোন শিশুসুলভ ৰং ধেমালি, চোৰ-চাতুৰিৰ ছবি। সেইবাবে শৃংগাৰ ৰসৰ সামান্যতম স্ফুৰণো মাধৱদেৱৰ গীতসমূহত পোৱা নাযায়। হাস্য আৰু বাৎসল্য ৰসৰ বিমল প্ৰকাশেৰে প্ৰতিটো গীতেই অনন্য। মাতৃ যশোদা আৰু শিশু কৃষ্ণৰ চৰিত্ৰ আৰু কাৰ্যকলাপ এইবোৰৰ ঘাই আকৰ্ষণ। নন্দৰাণী যশোদাৰ ক্ষণে তুষ্ট ক্ষণে ৰুষ্ট ৰূপ, পুত্ৰ-স্নেহৰ বহুৰঙী প্ৰকাশ, একালে ৰাজৰাণী, আনফালে গৃহিনী তথা জননীৰ ৰূপ। এইবোৰৰ মাজেদি ফুটি উঠিছে এটি বিচিত্ৰ নাৰী চৰিত্ৰ। পৰমপুৰুষ কৃষ্ণ মাধৱদেৱৰ গীতত পৰিণত হৈছে এটি এধানমানি দুষ্ট শিশুত—বিজন ৰাজকোঁৱৰ হৈও গৰখীয়া বালক, যাৰ খোজে খোজে নৃত্যৰ চঞ্চলতা, বচনত চাতুৰি, মোহনবংশী বজাই বৃন্দাবনত

বিবিধ লীলা চাতুৰি। মোহন বংশী বজাই বৃন্দাবনত বিবিধ লীলা কৰোঁতা সেই চঞ্চল বালক গোপীৰ ঘৰত লৱনু চুৰ কৰি ধৰা পৰে, পিছত তেৱেঁই আসৈ মাতি মাকৰ দ্বাৰা গোপীকহে ককৰ্থনা কৰায়। কেতিয়াবা দিনৰ দিনটো গৰু চাৰি আহি ভাগৰি-জুগৰি মাকৰ ওচৰত ঠেহ পাতি কয়—

"মেৰে মাই ওহে যশোৱা।
আজু হামু বৰহি ভুখাৰি
যো কিছু লৱনু হামাক দেলহ
নাহি খাৱলো সোহি বুখাৰি ॥
হামু বিহানত খেড়ি খেলাৱত
আজু কিছুৱে নাহি খাৱতৰি
তুমহি হামাকু ডাকল মাই
ভুখহি বৰ দুঃখ পাৱতৰি ॥"

কেতিয়াবা আকৌ গা নোধোওঁ বুলি, কেতিয়াবা নতুন লৱনু লাগিব বুলি, কেতিয়াবা বিনা দোষত মাকে মাৰিলে বুলি কানাইৰ কতনো ওজৰ! শিশু কৃষ্ণৰ চাতুৰি ভৰা এনেবোৰ গীতৰ লগত তুলনা কৰিব পাৰি ভক্ত-কবি সুৰদাসৰ একেজাতীয় গীত দুটি মানৰ। তাৰ বাদে এনে মনোৰম গীত কেৱল মাধৱদেৱৰ ৰচনাতহে পোৱা যায়।

বৰগীতসমূহৰ অন্তৰালত এটি গভীৰ সুঁতি প্ৰৱাহিত হৈ থাকে। সাধাৰণতে মাধৱদেৱৰ গীতসমূহত 'ব্ৰহ্মাণ্ডৰ ঈশ্বৰে গৰু চৰায়', এই বিস্ময়কৰ উপলব্ধিৰ দ্বাৰাই বেদান্তৰ তত্ত্ব অৱতাৰণা কৰা হয়। মাধৱদেৱৰ গীত বুলিলেই কৃষ্ণ-যশোদাৰ ছবি মনলৈ আহে যদিও প্ৰকৃততে এয়ে তেওঁৰ গীতৰ একমাত্ৰ পৰিচয় নহয়। ব্ৰহ্মৰ স্বৰূপ, সংসাৰৰ অনিত্যতা, জীৱাত্মা-পৰমাত্মাৰ সম্পৰ্ক ইত্যাদি জটিল তত্ত্ব-সমূহো অপ্ৰয়াসে তেওঁৰ গীতত আলোচিত হৈছে। বিষ্ণুৰ পূৰ্ণাৱতাৰ ৰূপে কৃষ্ণক তেওঁ পৰম কৃপালু আৰু সংসাৰ-বন্ধনৰ পৰা মুক্তিদাতা

একমাত্ৰ চিৰন্তন সত্ত্বা ৰূপে দাঙি ধৰিছে। ভৱসাগৰৰ মাজত কাম-ক্ৰোধৰ কুম্ভীৰ-মগৰৰ মুখত পৰা, শোক-মোহৰ চাকনৈয়াই আলৈ-আথানি কৰা জীৱৰ বাবে কৃষ্ণৰ চৰণেই একমাত্ৰ নিৰাপদ তৰণী। হৰিৰ বাহিৰে বাকী সকলো অসাৰ আৰু অসত্য—

"যত দেখো আৱৰি তনয়, বিত্ত, জায়া।
আয়া গমণ কাৰণ সব মায়া॥"

চাৰিবেদ বিচাৰ কৰিও যি জনৰ অন্ত পোৱা নেযায়, মহা মহা যোগীয়েও যাৰ মহিমাৰ পাৰ নেপায়, সেই পতিত পাৱন হৰিৰ চৰণত আশ্ৰয় লোৱাৰ উপদেশ বৰগীত কেইটিত ফুটি উঠিছে। মানৱী জনমৰ অসাৰতা আৰু ভক্তিৰ উপযোগীতা সম্পৰ্কে মাধৱদেৱৰ সুগভীৰ অনুভৱৰ হৃদয়-পৰশা প্ৰকাশত অনবদ্য হৈ উঠা এটি গীত হ'ল—
"মোকে দেখিয়ো না কেনে আহে জগন্নাথ মই বৰ পাপেৰ পাপী।"

বৰগীতসমূহৰ মাজৰে দুটি-এটিত কেতিয়াবা বিল্বমংগলৰ 'কৃষ্ণকৰ্ণামৃত'ৰ প্ৰতিফলন চকুত পৰে। তাৰে ভিতৰত 'শুন লো পণ্ডিত', 'ৰাজতু নন্দ ৰাজক নন্দন', 'গোবিন্দ চিন্তহু বাল গোপালম' আৰু 'কম্পিত মাধৱ নয়ন ঝুৰাই'—এইকেইটি গীতেই প্ৰধান।

ভটিমাবোৰ হৈছে মহাপুৰুষ দুজনাই ৰচনা কৰা অন্য একপ্ৰকাৰ গীত। শংকৰদেৱৰ ৰচনাত ভটিমাৰ সংখ্যা বহুত; কিন্তু মাধৱদেৱে বেছি সংখ্যক ভটিমা ৰচনা কৰা নাছিল। শংকৰদেৱৰ প্ৰতিখন নাটতে একাধিক ভটিমাৰ প্ৰয়োগ দেখা যায়; কিন্তু মাধৱদেৱে কেৱল 'ভোজন-বেহাৰ' ঝুমুৰাৰ আদিতহে এটি ভটিমা ব্যৱহাৰ কৰিছে। এইটিৰ বাহিৰে তেওঁৰ বাকীবোৰ ভটিমা একোটি গাইগুটীয়া গীত। মাধৱদেৱৰ ভটিমাসমূহৰ ভিতৰত সবাতোকৈ উত্তম আৰু সমাদৃত হ'ল গুৰু ভটিমা গীতটি। শংকৰদেৱৰ ৰচনাত তিনিপ্ৰকাৰ ভটিমা পোৱা যায়—দেৱভটিমা, নাটকীয় ভটিমা আৰু ৰাজভটিমা। মাধৱদেৱে ইয়াৰ

১১। 'মাধৱদেৱ : হিজ লাইফ, আৰ্ট এণ্ড থট', পৃঃ ৮০

জগতে গুৰুভটিমা যোগ দিয়াত ভটিমাৰ সৰ্বমুঠ প্ৰকাৰ চাৰিবিধ হয়। মহাপুৰুষজনাই 'ভোজন-বেহাৰ'ত ব্যৱহাৰ কৰা ভটিমাটি বিষয়বস্তুৰ কালৰ পৰা বৰগীতৰ 'পুৱাৰগীত' শাখাৰ সদৃশ। প্ৰাতঃকালত যশোদা জননীয়ে শ্যামকামুক শয্যা ত্যাগ কৰাই বৃন্দাবনলৈ পঠোৱাৰ কথাকে গীতটিত মনোৰম ভাষাত ব্যক্ত কৰা হৈছে। দেৱ-ভটিমা সমূহত ভগৱান বিষ্ণু আৰু তেওঁৰ অৱতাৰী ৰূপৰ বন্দনা পোৱা যায়। ইয়াৰ ভিতৰত গৰৰীয়া শিশুৰূপী ভগৱান কৃষ্ণৰ স্তুতিয়েই সৰহ। ভগৱানৰ অপৰূপ সৌন্দৰ্য, কৃপালু স্বভাৱ আৰু নামৰ মহাত্ম্য ( বয়নে হৰিকো নাম মিলাই চাৰি পদাৰ্থ পাই ) ভটিমাবোৰত প্ৰকাশিত হৈছে। মহাপুৰুষজনাৰ ভটিমাসমূহৰ মাজত কোনো ৰাজ-ভটিমা পোৱা নাযায়।

মাধৱদেৱৰ গুৰু-ভটিমাটি ভাৱ-ভাষাৰ সুন্দৰ প্ৰয়োগেৰে এটি শ্ৰেষ্ঠ ৰচনা। ইয়াত পোৱা যায় গুৰু শংকৰৰ দৈহিক সৌন্দৰ্য আৰু মানসিক সম্পাদৰ ভক্ত-শিষ্যৰ কলমত ধৰা দিয়া সাৰ্থক চিত্ৰ। মাধৱদেৱৰ বাবে শংকৰদেৱেই আছিল একমাত্ৰ গুৰু, যি ভগৱানৰ সমানেই ভজনীয়। ইষ্টদেৱতা কৃষ্ণৰ ৰূপ বৰ্ণনা কৰাৰ ভক্তি আৰু অনুৰাগপূৰ্ণ একোটা ৰীতিৰেই তেওঁ শংকৰ গুৰুৰ ৰূপ বৰ্ণনা কৰি কৈছে—

"দৰশিতে সুন্দৰ গৌৰ কলেৱৰ
মৈচন সুৰ পৰকাশ।
সকল সভাসদ ৰঞ্জন যাকেৰি
দৰশনে পাপ বিনাশ ॥
বিনে অঙ্গ ভূষণ পেখি সুশোভন
গহন গম্ভীৰ ধীৰ মতি।
আয়ত কমল লোচন বৰ সুন্দৰ
বয়ন চান্দকহো জ্যোতি ॥"

এই সুদীৰ্ঘ গীতটিত শংকৰদেৱৰ প্ৰতিভা, পাণ্ডিত্য, যশ আৰু গৌৰৱৰ বিচিত্ৰ ছবি এখনি ফুটি উঠিছে। একনিষ্ঠ সেৱক মাধৱৰ

গুৰুৰ প্ৰতি আন্তৰিক অনুৰাগ, শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ মিশ্ৰিত প্ৰকাশে গীতটিক বিশেষ মূল্য প্ৰদান কৰিছে। দুষ্টক দমন কৰোঁতা দৈৱকী নন্দনৰ মানৱী অৱতাৰ স্বৰূপ শংকৰগুৰুৰ এক-শৰণ নামধৰ্ম প্ৰচাৰ আৰু কৃপালু স্বভাৱৰ কথাও গীতটিও সোমাই পৰিছে।

**গীতসমূহৰ কাব্যিক সৌন্দৰ্য্য :**—মাধৱদেৱৰ বৰগীত আৰু ভটিমা-সমূহৰ কাব্যিক সৌন্দৰ্য অতুলনীয়। এইবোৰৰ প্ৰধান আকৰ্ষণ হ'ল নায়ক ৰূপে শিশুকৃষ্ণৰ মনোৰম চিত্ৰন। মূলতঃ ধৰ্মীয় ভাৱযুক্ত হলেও বৰগীতবোৰ কোনো কোনো ক্ষেত্ৰত কবিতাৰ দৰেই ৰসময়। বিষয়বস্তুৰ সফল উপস্থাপন, উপযুক্ত শব্দৰ প্ৰয়োগ, আন্তৰিক উপলব্ধি আৰু মাৰ্জিত হাস্যৰসৰ সমাবেশত এইবোৰ সাৰ্থক ৰচনাত পৰিণত হৈছে। তাৰ লগতে ৰহন চৰাইছে উপমা আদি অলংকাৰৰ প্ৰয়োগে।

মাধৱদেৱৰ বাবে গীতৰ প্ৰিয় বিষয়বস্তু হ'ল বাল গোপালৰ বিবিধ লীলা। ৰত্ন শয্যাত শায়িত গোপালে শিশুৰ স্বাভাৱিক আচৰণেৰে নিজৰ ভৰি নিজৰ মুখত ভৰোৱা ছবি এখন তেওঁৰ গীতত কেনে মনোৰম হৈ ফুটি উঠিছে—

"গোবিন্দ চিন্তহুঁ বাল গোপালং।
ৰতন তলপ মহ শয়নে ৰহতু হৰি—
—পঙ্কজ-নয়ন বিশালং॥
কৰ-পঙ্কজ যুগে ধৰি পদ-পঙ্কজ
বয়ন-পঙ্কজে নিৱেশিতং
মুনিবৰ কৈছন ছোড়ি অমিয়া, মজু—
—পদ-পঙ্কজ ৰস পীতং॥
ওহি মন ভাৱে পৰম ৰতি কৌতুকে
নিজ-পদ-পঙ্কজ পানং।
বালক কেলি অমিয়া ৰস সাগৰ
মাধৱ কহ—পৰমানং॥

ভক্তসকলেও তেওঁৰ চৰণত কি অমিয়া বিচাৰি পায় তাকে বুজিবলৈহে যেন শিশু কানায়ে নিজৰ পদুমহেন চৰণ খনি মুখত ভৰাইছে। বাৰিঅহা শিশুৰ সকলো ৰেহ-ৰূপ কানাইৰ মাজতে জিলিকি উঠিছে বিভিন্ন গীতত। কেতিয়াবা নতুনকৈ ওলোৱা মাতেৰে 'মা' বুলি মতা, কেতিয়াবা থৰকবৰককৈ খোজ দিবলৈ শিকা, সকলো কামৰ মাজতেই এক কোমল সৌন্দৰ্য্য বিৰিঙি উঠে। কেতিয়াবা আকৌ কৃষ্ণৰ ওজৰ-আপত্তি, মান-অভিমানৰ অন্তই নপৰে। ভাত নাখাওঁ, গা নোধোও বুলি ঠেহ পতা কানাইক মাকে বুজায়ো ৰৰাব নোৱাৰে। মাকতকৈ সদায়ে একাঠি ওপৰত কথা কোৱা শিশুকৃষ্ণৰ চাতুৰিৰ অতি মনোৰম এক নিদৰ্শন হ'ল এই গীতটি—

"আলো মাই! গালি তুমি নপাৰিবা মোৰে
যত অপমান মোৰে দিয়া আছা বাৰে বাৰে
ভালে মই সহি আছো তাৰে।"

মাটিৰ কলহ এটি ভঙাৰ বাবে মাকে তেওঁক গৰুৰ পঘাৰে বান্ধিলে, তদুপৰি জগততে দুৰ্যশ ৰাখি লৱনু চোৰ নাম দিলে—ইয়াতকৈ আৰু দুখৰ কথা কি হব পাৰে! ৰজাৰ কুমাৰ হৈয়ো দুৰ্গম বনত গৰু চাৰি ভাত খাব লগা বেজাৰত কানাইৰ কুমলীয়া মন অভিমানত ভৰি উঠিছে। ইমান কষ্ট কৰিও, সকলো অপমান সহি থাকিও তেওঁ মাকৰ ওচৰত ভাল বোলাব নোৱাৰিলে। গতিকে শেষ অস্ত্ৰ প্ৰয়োগ কৰি তেওঁ মাকক সকিয়াইছে—

"অপমান সহিবাক নপাৰি পলায়া যাইবো
কংসৰ নগৰ মধুপুৰ।
আমাক নাপায়া লাগ কান্দিয়া মৰিবা পাছে
সকলো ভাৱনা হৈব চুৰ॥"

কথাৰ ৰাম্ধোনেৰে মাকক বিমোৰত পেলোৱা এই কৃষ্ণই হ'ল বৰগীতৰ কেন্দ্ৰীয় চৰিত্ৰ।

কৃষ্ণ গোঁসাইৰ শাৰীৰিক লাৱণ্যৰ ছবি বৰগীতৰ মাজত বিবিধ উপমাৰে সমৃদ্ধ হৈ জিলিকি উঠিছে। সজল মেঘত বিদ্যুৎ-প্ৰভাৰ দৰে উজ্বল তেওঁৰ শ্যাম শৰীৰত পীত-বস্ত্ৰৰ আচ্ছাদন। বনকুসুমেৰে সুশোভিত তেওঁৰ চূড়া বন্ধ কেশক তুলনা কৰা হৈছে ফুলেভৰা পাহাৰৰ ক্ষুদ্ৰ ৰূপৰ লগত। শৰতৰ পদুমৰ দৰে সুন্দৰ তেওঁৰ মুখ মণ্ডলত মউমাখিৰ দৰে পৰি ৰয় কপালৰ অলকগুচ্ছ। এটি অতি সুন্দৰ ৰচনাত মাধৱদেৱে কৈছে—

কানাইৰ ৰূপৰ উপমাৰ কিবা ক্ষেম।
এক পুঞ্জ হুৱা আছে গোপিনীৰ প্ৰেম॥

নিৰ্ভাজ প্ৰেমৰ বাবেই গোপীসকলে কৃষ্ণক সুন্দৰতম বালক বুলি ভাবে। তেওঁলোকৰ একান্ত অনুৰাগৰ এয়া উৎকৃষ্ট উদাহৰণ।

মাধৱদেৱৰ অলংকাৰ প্ৰয়োগৰ ৰীতি মাধৱকন্দলি আৰু শংকৰদেৱৰ অনুৰূপ। তাৰ মাজতে দুই এটা চমকপ্ৰদ প্ৰয়োগে তেওঁৰ প্ৰতিভাৰ কথা সূচায়। ৰূপকৰ প্ৰয়োগ বৰগীতবোৰৰ অন্য এটি বৈশিষ্ট্য। এটি গীতত আছে—

এ ভৱ গহন বন অতি মোহ পাশে ছন্ন
তাহে হামু হৰিণ বেঢ়াই।
ফন্দিলো মায়াৰ পাশে কাল ব্যাধে ধায়া আসে
কাম-ক্ৰোধ কুত্তা খেদি খায়॥

অন্য এটি গীততো সংসাৰক বোলা হৈছে সমুদ্ৰ। তাত ভাঁহি ফুৰা অসহায় জীৱক ক্ৰোধ লালসাৰ কুম্ভীৰ মগৰে আক্ৰমণ কৰে। দুখ যাতনাৰ চাকনৈয়াই তেওঁলোকক বিপদত পেলায়। এই ভৱ সমুদ্ৰ পাৰ হ'বলৈ একমাত্ৰ নৌকা হ'ল ভগৱান হৰিৰ পদযুগল।

কম কথাত এইখিনিয়েই বৰগীতৰ সৌন্দৰ্য। এই সৌন্দৰ্য ব্যাখ্যাৰ বস্তু নহয়, উপলব্ধিৰহে বস্তু।

**মাধৱদেৱৰ ঝুমুৰা:** মাধৱদেৱৰ সমস্ত সাহিত্যিক জীৱন আছিল

শংকৰদেৱৰ আৰ্হিত গঢ় দিয়া। গুৰুজনাৰ আৰ্হিতেই তেওঁ গীত-নাটক ব্যৱহাৰ কৰিছিল নৱ-বৈষ্ণৱ মতাদৰ্শ প্ৰচাৰৰ আহিলা হিচাপে। সৰ্বমুঠ ন-খনি নাটবা ঝুমুৰা মাধৱদেৱৰ নামত পোৱা যায়। সত্ৰ সমাজত বাৰ নাট বুলি এষাৰ কথাৰ প্ৰচলন আছে। এই বাৰনাটে শংকৰদেৱৰ ছয়খন আৰু মাধদেৱৰ ছয়খন নাটক সামৰে। তাৰ বাহিৰে মাধৱদেৱৰ নামত প্ৰচলিত বাকী তিনিখন নাট প্ৰকৃততে মাধৱদেৱৰ হয় নে নহয় সেই কথা সন্দেহৰ বিষয়। মহা-পুৰুষজনাৰ নাটসমুহ আলোচনাৰ সুবিধাৰ বাবে এইদৰে ভগাই লব পাৰি—

১। যিবোৰ নিঃসন্দেহে মাধৱদেৱৰ ৰচনা—

(ক) অৰ্জুন-ভঞ্জন

(খ) চোৰ ধৰা

(গ) পিম্পৰা-গুচোৱা

(ঘ) ভূমি লেটোৱা

(ঙ) ভোজন-বেহাৰ

২। যিবোৰ প্ৰকৃততে কাৰ ৰচনা জনা নাযায়—

(ক) ভূষণ-হৰণ

(খ) কোটোৰা খেলা

(গ) ৰাস ঝুমুৰা

(ঘ) ব্ৰহ্মা মোহন

৩। যিবোৰ মাধৱদেৱৰ ৰচনা বুলি চৰিত পুথিত উল্লেখ পোৱা যায়—

(ক) গোবৰ্দ্ধন-যাত্ৰা

(খ) নৃসিংহ-যাত্ৰা

(গ) ৰাম-যাত্ৰা

ইয়াৰে প্ৰথমটি থুলৰ পাঁচখানি নাটৰ লগত শেষৰ থুলৰ গোবৰ্দ্ধন যাত্ৰাখনি যোগদি কালি ৰাম মেধিয়ে 'বাৰনাট'ৰ ছয়নাট সম্পূৰ্ণ

কৰিছে।[১২] পিছে যিখন নাট আজিলৈকে কোনেও দেখা নাই কেৱল চৰিত পুথিৰ বৰ্ণনাৰ ভিত্তি কৰিয়েই সেইখন 'সন্দেহ মুক্ত ৰচনা'ৰ শাৰীত থোৱাটো কিমানদূৰ যুক্তিযুক্ত সেই কথা চিন্তাৰ বিষয়। 'কথাগুৰু-চৰিত'ৰ বিৱৰনটি পঢ়িলে 'গোবৰ্দ্ধন যাত্ৰা'ক মাজে সময়ে উৎসৱ বুলি ভুল হ'ব খোজে। প্ৰকৃততে গোবৰ্দ্ধন যাত্ৰা নাট নে উৎসৱ সেই কথাত আজিও সিদ্ধান্ত দিয়াৰ উপায় নাই। ওপৰত উল্লেখকৰা দ্বিতীয়টি থুলৰ 'ভূষণ-হৰণ' নাটখনেই তাতোকৈ ছয়নাটৰ অন্তর্ভুক্ত কৰিব পাৰি। কাৰণ এই খনিৰ বিষয়বস্তু, ৰচনাৰীতি আৰু কৃষ্ণ চৰিত্ৰৰ চিত্ৰণ মাধৱদেৱৰ নাট্যৰীতিৰ বেছি ওচৰ চপা। গতিকে আমাৰ মতে মাধৱদেৱৰ 'সন্দেহ মুক্ত' নাটকেইখনি এইদৰে সজোৱাহে যুগুত—

(ক) অৰ্জুন-ভঞ্জন

(খ) চোৰ-ধৰা

(গ) পিম্পৰা গুচোৱা

(ঘ) ভূমি লেটোৱা

(ঙ) ভোজন-বেহাৰ

(চ) ভূষণ হৰণ।

## ঝুমুৰা সমূহৰ উৎস : বিল্বমংগলৰ প্ৰভাৱ—

মাধৱদেৱৰ ক্ষুদ্ৰ পৰিসৰৰ ঝুমুৰাবোৰৰ লগত বিল্বমংগলৰ নামটো ওতঃপ্ৰোতভাবে জড়িত। কাৰণ এইবোৰৰ কাহিনীত প্ৰায়ে দেখা যায় বিল্বমংগলৰ স্তোত্ৰৰ প্ৰভাৱ। কিম্বদন্তিৰ কুঁৱলী ফালি বিল্বমংগলৰ বিষয়ে কোনো কথাই সঠিকভাৱে জনাৰ উপায় নাই। দক্ষিণ ভাৰতৰ পৰম্পৰাগত বিশ্বাস মতে এওঁ আছিল তামিল অথবা

১২। 'ষ্টাডিজ্ ইন দা বৈষ্ণৱ লিটাৰেচাৰ এণ্ড কালচাৰ অৱ আসাম,' পৃঃ ৯৬

মালয়ালম ভাষী অঞ্চলৰ লোক। কেৰালা অঞ্চলৰ বিশ্বাসত এওঁৰ নিজা ভূমি হ'ল মালৱাৰৰ মুক্তিশাল ( বৰ্ত্তমানৰ মুকুতালাই ) নামৰ স্থান। বাৰ বছৰ বয়সত সন্ন্যাস গ্ৰহণ কৰি এওঁ অন্ধ্ৰপ্ৰদেশৰ কৃষ্ণ জিলাৰ বেদাধি পৰ্বতত কিছুকাল কটোৱাৰ কথাও জনা যায়।[১৩] অন্য কিছুমান কাহিনীয়ে আকৌ এওঁক কালিকট নামৰ ঠাইৰ লগত আৰু ত্ৰিবান্দ্ৰমৰ পদ্মনাভ মন্দিৰৰ নিৰ্মানৰ লগতো জড়িত কৰে।[১৪] কোনো কোনোৱে কয় যে এওঁ আছিল বিষ্ণুস্বামী সম্প্ৰদায়ৰ সাধক।[১৫] কিন্তু তেওঁৰ গুৰু সোমগিৰিৰ নামলৈ চাই অন্য এচামে তেওঁক শংকৰপন্থি দশনামী সন্ন্যাসী বুলিয়েই ক'বলৈ খোজে।[১৬] বিল্বমংগলৰ সময়ৰ বিষয়েও নানা জনৰ নানা মত। Winternits এ এওঁৰ সময় ধৰিছে সপ্তদশ শতিকা। তেওঁৰ ৰচনাৰ উদ্ধৃতি দি ৰামকৃষ্ণ কবিয়ে প্ৰমাণ কৰি দেখুৱাইছে যে বিল্বমংগলৰ সময় হ'ল ১০৬০ পৰা ১৩৫০ শকৰ ভিতৰত।[১৭] পণ্ডিত ফাৰ্কুহাৰৰ মতে পঞ্চদশ শতিকাই হ'ল এওঁৰ আনুমানিক সময়।[১৮] কোনো কোনো পণ্ডিতে আকৌ তিনিজন বিল্বমংগলৰ সন্তেদ দিয়ে।[১৯] প্ৰথমজন হ'ল 'কৃষ্ণকৰ্ণামৃত'ৰ প্ৰণেতা আৰু পদ্মপাদাচাৰ্যৰ শিষ্য। বাকী দুজনৰ কাল ক্ৰমে ১১৫০ ৰ পৰা

---

১৩। 'বিল্বমংগল এণ্ড ৱৰ্কছ এট্ৰিবিউটেড টু হিম,' 'জাৰ্নেল অব গৌহাটী ইউনিভাৰ্ছিটি', ১৯৬১

১৪। 'ৰিলিজিয়াচ লিটাৰেচাৰ অব ইণ্ডিয়া,' পৃঃ ৩০৪

১৫। " " " " "

১৬। 'বিল্বমংগল এণ্ড ৱৰ্কছ এট্ৰিবিউটেড টু হিম,' 'জাৰ্নেল অব গৌহাটী ইউনিভাৰ্ছিটি,' ১৯৬১

১৭। "বিল্বমংগল এণ্ড ৱৰ্কছ এট্ৰিবিউটেড টু হিম,' 'জাৰ্নেল অব গৌহাটী ইউনিভাৰ্ছিটি', ১৯৬১

১৮। 'ৰিলিজিয়াছ লিটাৰেচাৰ অব ইণ্ডিয়া', পৃঃ ৩০৪

১৯। ওৱাৰিয়াৰ, গোবিন্দ, 'ইণ্ডিয়ান হিষ্টৰিকেল কোৱাৰ্টাৰলি' ১৯৩১, পৃঃ ৩৩৪—৩৪২

১৩০০ শক আৰু সপ্তদশ শতিকা বুলিয়েই ওপৰে ওপৰে নিৰ্ণয় কৰা হৈছে। অসমৰ পুৰণি চৰিত পুথিতো বিল্বমংগলৰ নামৰ উল্লেখ পোৱা যায়। শংকৰ চৰিতৰ প্ৰণেতা ৰামচৰণ ঠাকুৰৰ [20] মতে গয়া আৰু পুৰীৰ মাজৰ কোনো এঠাইতে বিল্বমংগলৰ গাঁওখনি অৱস্থিত আছিল।

বিল্বমংগলৰ বিষয়ে মন কৰিবলগীয়া কথা এয়ে যে সমগ্ৰ ভাৰততে এওঁৰ ৰচনাসমূহ নানা ৰূপত সিঁচৰতি হৈ থকা পোৱা যায়। সম্ভৱ ৰামায়ণ-মহাভাৰতৰ পিছত ইমান বিস্তৃতি লাভ কৰা সাহিত্য এই খনিয়েই। বংগদেশত এওঁৰ ৰচনাৱলীক বোলা হয় 'বিল্বমংগল কোষ কাব্য' নাইবা 'শ্ৰীকৃষ্ণ-স্তোত্ৰ'। পশ্চিম ভাৰতত এইবোৰৰ নাম 'বালগোপাল স্তুতি'। দক্ষিণ ভাৰতত আকৌ এই ৰচনাৱলী খ্যাত হৈছে 'কৃষ্ণকৰ্ণামৃত' নামেৰে, ইয়াত ৰচকৰ নামো লীলাশুক বুলিহে জনা যায়। বিল্বমংগলৰ ৰচনাৱলীয়ে কেতিয়া কি ৰূপত আহি অসমত প্ৰৱেশ কৰিলে সেই কথা জনাৰ উপায় নাই। শংকৰদেৱে তেওঁৰ অতুলনীয় শিক্ষাৰ দ্বাৰা ভক্তি-কবিতাৰ প্ৰতি মানুহৰ আগ্ৰহ আৰু অনুৰাগ জগাই তুলিছিল। তেওঁৰ প্ৰিয় শিষ্য মাধৱৰ গীত আৰু নাটত 'কৃষ্ণকৰ্ণামৃত'ৰ যথেষ্ট প্ৰভাৱ দেখা যায়। তথাপিও বিল্বমংগলৰ বিষয়ে যে শংকৰদেৱে ভালদৰে জানিছিল তাৰ প্ৰমাণ পোৱা নাযায়। 'কৃষ্ণকৰ্ণামৃত' আৰু লীলাশুক এই দুয়োটা নামেই সেই সময়ত অচিনাকী আছিল যেন লাগে। বিল্বমংগলৰ ৰচনাৱলীক চৈতন্যদেৱে নিজে বংগদেশলৈ আনে বুলি কোৱা হয়। বংগদেশৰ মধুৰ-ভাৱৰ ৰহস্যবাদী ভক্তিত এইবোৰৰ প্ৰভাৱ দেখা যায়। শংকৰদেৱৰ তিৰোধানৰ পিছত দীৰ্ঘকাল সাহিত্যিক জীৱন কটোৱা মাধৱদেৱে তেওঁৰ নাটসমূহত বিল্বমংগলৰ ৰচনাৰ বাল-গোপালক

---

২০। পদঃ নং ৪৫৬—৪৫৮

২১। 'চৈতন্য চৰিতামৃত', অন্ত্য খণ্ড, পৃঃ ৩০৪—৩০৫

বিচাৰি লৈছে। বাৎসল্য ৰসেই সেইবাবে তেওঁৰ ঝুমুৰাসমূহৰ প্ৰধান ৰস।

'চোৰধৰা', 'পিম্পৰা-গুচোৱা' আৰু 'ভূমিলেটোৱা,' এই কেইখন ঝুমুৰা 'কৃষ্ণকৰ্ণামৃত'ৰ শ্লোকৰ পোনপটিয়া নাট্যৰূপ। 'অৰ্জুনভঞ্জন' খনিতো ইয়াৰ পাঁচটি শ্লোক ব্যৱহৃত হৈছে। পিম্পৰা-গুচোৱা ঝুমুৰাৰ নামটো লোৱা হৈছে মূল স্তোত্ৰৰ 'পিপিলিকাপনয়নম' শব্দৰ পৰা। 'কৃষ্ণস্তোত্ৰৰ' অসমত প্ৰচলিত ৰূপৰ ২০ আৰু ১৩০ সং শ্লোকৰ আধাৰত এইখনি ঝুমুৰাৰ কাহিনী ভাগ গঠিত হৈছে। কৃষ্ণৰ লৱণু চুৰিৰ কাৰ্যকে নান্দী শ্লোকত আৰু পিছত গীতেৰেও বুজোৱা দেখা যায়। মূল শ্লোকৰ বিষয়বস্তুৰ নিজা উদ্ভাৱনী শক্তিৰ মিশ্ৰনেৰে মাধৱদেৱে সুন্দৰ নাট্যবস্তুৰ সৃষ্টি কৰিছে।

ঝুমুৰাসমূহত ভাগৱত-পুৰাণৰ কাহিনীৰো প্ৰকাশ দেখা যায়। 'অৰ্জুন-ভঞ্জনত' 'হৰিবংশ'ৰ প্ৰভাৱ স্পষ্ট হৈ চকুত পৰে। তথাপিও সৰ্বমুঠ বিচাৰত দেখা যায় যে নাটকীয় কাহিনীৰ বাবে ভাগৱততকৈও তেওঁৰ প্ৰিয় আছিল বিল্বমংগলৰ 'কৃষ্ণকৰ্ণামৃত'ৰ শ্লোক সমূহহে।

## মাধৱদেৱৰ নাট্যৰীতি :

জীৱনৰ প্ৰতিটো খোজতে গুৰু শংকৰক ছাঁৰ দৰে অনুসৰণ কৰা মাধৱদেৱে গীত, কাব্য আদি গুৰুৰ প্ৰেৰণা আৰু আৰ্হিতে ৰচনা কৰিলেও নাট্যৰীতিৰ ক্ষেত্ৰত সম্পূৰ্ণ পৃথক বাটেৰে খোজ ললে। কথাষাৰ সঁচাকৈয়ে বিস্ময়কৰ। তেওঁৰ ঝুমুৰাসমূহৰ ৰচনাৰীতি শংকৰদেৱৰ নাটসমূহৰ লগত যিদৰে নিমিলে, সেইদৰেই নিমিলে সেই সময়ত প্ৰচলিত অন্য কোনো লোক নাট্যৰ লগত। মাধৱদেৱৰ মৌলিক প্ৰতিভাৰ এইবোৰ শ্ৰেষ্ঠতম নিদৰ্শন।

সাধাৰণতে 'ঝুমুৰা' বুলিলেও 'নাট' নাইবা 'যাত্ৰা' আখ্যাৰেও কেতিয়াবা মাধৱদেৱৰ নাটসমূহক বুজোৱা হয়।[২২] এইবোৰ ক্ষুদ্ৰ

২২। 'কথা-গুৰু-চৰিত,' পৃঃ ৩১৪, ৩৫১, ৩৫৪, ৪০০

পৰিসৰৰ কাহিনী যুক্ত আৰু নৃত্য-গীতেৰে ভৰপূৰ নাট। ঝুমুৰা সমূহৰ কিছুমান নিৰ্দ্দিষ্ট লক্ষণ আছে—তাক এইদৰে ফঁহিয়াই চাব পাৰি—

(১) ঝুমুৰাসমূহত পূৰ্ণ-দৈৰ্ঘ্যৰ কাহিনী নাথাকে, থাকে ঘৰুৱা চিনাকি কাহিনীৰে ক্ষুদ্ৰ একোটি ছবি। কাহিনীৰ বিকাশ ইয়াত দেখা নাযায়। উপ-কাহিনীও প্ৰায়ে অনুপস্থিত। আকৃতিৰ ক্ষুদ্ৰতাৰ বাবেই ধ্ৰুপদী নাটৰ পঞ্চসন্ধিও ইয়াত চকুত নপৰে।

(২) শংকৰদেৱৰ দৰে কেৱল 'ভাগৱত-পুৰাণ' বা 'হৰিবংশ'ৰ আলমত মাধৱদেৱৰ নাট্য সম্পদে গঢ় লৈ উঠা নাই। ঘাইকৈ 'কৃষ্ণকৰ্ণামৃত' আৰু কম-পৰিমাণে 'ভাগৱতৰ' আখ্যানৰ ভিত্তিত মাধৱদেৱে ঝুমুৰাসমূহৰ ৰূপ দিছিল।

(৩) শংকৰদেৱৰ নাটৰ অন্যতম বৈশিষ্ট্য ভটিমাৰ মাধৱদেৱৰ ঝুমুৰাত ভূমিকা কম। কেৱল ভোজন-বেহাৰ নাটত এটি ভটিমা দিয়াৰ বাদে তেওঁৰ সন্দেহমুক্ত বাকীবোৰ নাটত ভটিমা পোৱা নাযায়।

(৪) ঝুমুৰাসমূহত মাধৱদেৱৰ স্বৰচিত শ্লোক পোৱা নাযায়। যি কেইটি শ্লোক আছে সেই কেইটি বিল্বমংগলৰ স্তুতি নাইবা ভাগৱত পুৰাণৰ পৰা আহৰিত। কাহিনীৰ মাজত থকা শ্লোকৰ সংখ্যা 'অৰ্জুন-ভঞ্জন'ত তিনিটি আৰু চোৰ-ধৰা, ভূমি-লেটোৱা আৰু ভোজন-বেহাৰত একোটিকৈ দেখা যায়।

(৫) শংকৰদেৱৰ নাটৰ নায়ক সাধাৰণতে যুৱা-কৃষ্ণ; কিন্তু মাধৱদেৱে সদায়েই শিশুকৃষ্ণৰ চৰিত্ৰহে তেওঁৰ ঝুমুৰাবোৰত অংকণ কৰে।

(৬) ভক্তিৰসক বাদ দি, হাস্য আৰু বাৎসল্য ৰসে ঝুমুৰাবোৰত ঘাই ভূমিকা লাভ কৰিছে। মাধৱদেৱৰ নাটত শৃংগাৰ আৰু বীৰ ৰসৰ স্থান নাই।

(৭) ঝুমুৰাসমূহ নাৰী-চৰিত্ৰ প্ৰধান। মাধৱদেৱৰ ৰচনাত শ্ৰেষ্ঠতম নাৰী-চৰিত্ৰ হ'ল মৰমী মাতৃ-যশোদা। কৃষ্ণৰ বিপৰীতে কোনো নায়িকাৰ চৰিত্ৰ ঝুমুৰাসমূহত পোৱা নাযায়।

(৮) শংকৰদেৱৰ নাটৰ দৰেই মাধৱদেৱৰো ঝুমুৰাৰ ভাষা ব্ৰজবুলি। পিছে ঝুমুৰাত ই বেছি সৰল আৰু কথিত অসমীয়া শব্দ প্ৰয়োগেৰে বেছি চহকী।

(৯) ঝুমুৰাসমূহ অধিকভাৱে নৃত্য-গীত প্ৰধান। এবাৰ বচনেৰে কোৱা কথাকে আকৌ গীতৰ দ্বাৰাও প্ৰকাশ কৰা হয়।

## 'ঝুমুৰা' শব্দৰ উৎপত্তি' :

'ঝুমুৰা' নামেৰে কেৱল মাধৱদেৱৰ নাটসমূহকহে বুজোৱা হয়। এই শব্দটিৰ উৎপত্তি সম্পৰ্কে কোনো কথাকে নিশ্চয়তাৰে ক'ব পৰা নাযায়। পুৰণি চৰিত পুথিতো 'ঝুমুৰা' শব্দৰ ব্যৱহাৰ বৰ কমেইহে দেখা যায়। দৈত্যাৰি ঠাকুৰে ৰচনা কৰা চৰিতপুথিত 'অৰ্জুন ভঞ্জন' খনিক দধি-মথন ঝুমুৰা বুলি উল্লেখ কৰা হৈছে।[২৩] কথা-গুৰু চৰিত পুথিত 'ৰাস-ঝুমুৰা' নামৰ উল্লেখৰ[২৪] বাহিৰে 'ঝুমুৰা' শব্দৰ বেলেগ প্ৰয়োগ দেখা নাযায়।

'সংগীত-দামোদৰ' শাস্ত্ৰখনিত 'ঝুমুৰি' নামৰ এবিধ সংগীত-ৰূপৰ নাম পোৱা যায়। এইৰূপ শৃংগাৰ ৰসেৰে ভৰা, মধুৰ গুণযুক্ত আৰু শিথিল-বন্ধী ছন্দসজ্জা যুক্ত।[২৫] এইখনি পুথিৰে সাঁচিপতীয়া ৰূপত 'ঝুমুৰি' শব্দটো এঠাইত 'সুমাৰি' বুলিও পোৱা গৈছে।[২৬] বিদ্যাপতিৰ মৈথিলী গীত এটিত নাৰীসকলে গোৱা এবিধ গীত বুজাবলৈ 'ঝুমুৰি'

---

২৩। পদ নং ১২৮৬

২৪। 'কথা-গুৰু-চৰিত', পৃঃ ৩৫৪

২৫। 'দি ইণ্ডিয়ান ষ্টেজ', ১ম খণ্ড, পৃঃ ৯২

২৬। 'শংকৰদেৱ এণ্ড হিজ টাইমছ', পৃঃ ২৬৫

শব্দৰ ব্যৱহাৰ পোৱা যায়।[২৭] মিথিলাৰ নাৰীসকলৰ মাজত ঝিঝিৰি, ঝাৰনি আৰু ঝুমুৰি নামৰ তিনি প্ৰকাৰ নৃত্যৰ প্ৰচলন আছে। তাৰে 'ঝুমুৰি' হ'ল কমবয়সীয়া ছোৱালীৰ আদিৰসাত্মক নৃত্য।[২৮] উত্তৰ প্ৰদেশৰ কোনো কোনো অঞ্চলতো 'ঝুমুৰ' নামে এবিধ লোক নৃত্য আছে যিটো সংগত কৰা হয় আদি ৰসাত্মক গীতেৰে। বংগদেশৰ 'ঝুমুৰ' হ'ল দুটা দলৰ মাজত প্ৰশ্নোত্তৰৰ আৰ্হিত কৰা নৃত্য-গীত। এইবোৰবো বিষয়বস্তু সাধাৰণতে শৃংগাৰ ৰসেৰে ভৰা। এই ঝুমুৰৰ উত্তম নিদৰ্শন হ'ল বড়ু চণ্ডীদাসৰ 'শ্ৰীকৃষ্ণকীৰ্ত্তন' পুথি। 'ঝুমুৰ' নামৰ গীতৰ প্ৰচলন দেখা যায় মগহী, মৈথিলী, ভোজপুৰী, অৱধী আৰু হিন্দীভাষাৰ অন্যান্য উপভাষাত। এইবোৰ সদায় নাৰীসকলৰ দলীয় গীতৰ ৰূপত পোৱা যায়। সম্ভৱতঃ 'ঝুমুৰ' শব্দৰ প্ৰাচীনতম উল্লেখ পোৱা যায় সৰহ-পাদ ৰচিত এটি চৰ্যা গীতত। ইয়াত 'ঝুমুৰ' শব্দৰ অৰ্থ কৰা হৈছে আনন্দ বা উল্লাস। অসমীয়া বৈষ্ণৱ কবিতাত ঝুমুৰি এটি অষ্টাক্ষৰী ছন্দৰ নাম।

'ঝুমুৰা' শব্দটোৰ দৰে ঝুমুৰা নামৰ নাট্যকলা বিধৰ উৎপত্তি সম্পৰ্কেও সঠিক সিদ্ধান্তলৈ আহিব পৰা নাযায়। 'সংগীত দামোদৰ'ত উল্লেখ কৰা 'সংগীতক' নামৰ নাটবিধৰ লগত কোনো কোনোৱে ঝুমুৰাৰ সাদৃশ্য দেখে।[২৯] সংস্কৃত উপ-ৰূপকৰ মাজত গোষ্ঠী বুলি এটা শ্ৰেণী আছে। ই অতিশয় প্ৰাচীন কলা আৰু ইয়াৰ মাজেদি প্ৰকাশ পায় কৃষ্ণৰ গৰখীয়া ৰূপৰ নৃত্য।[৩০] ইয়াত ন বা দহজন প্ৰাকৃত নায়ক আৰু পাঁচ বা ছয় গৰাকী সুন্দৰী নায়িকা থাকে। ইয়াত অগভীৰ আৰু কাল্পনিক কাহিনী এটি শৃংগাৰ ৰসৰ আধাৰত দাঙি ধৰা হয়।

---

২৭। বিদ্যাপতি ঠাকুৰৰ পদাৱলী, পৃঃ ৪৭৮

২৮। 'প্ৰবন্ধ চয়ন', পৃঃ ৮৩

২৯। 'মাধৱদেৱ : ব্যক্তিত্ব আৰু কৃতিত্ব', পৃঃ ৭০

৩০। 'টাইপছ অৱ সংস্কৃত ড্ৰামা', পৃঃ ২০৫

ৰসৰ বাহিৰে এইবিধ উপৰূপকৰ বাকী লক্ষণৰ লগত দুখনমান ঝুমুৰাৰ সাদৃশ্য দেখা যায়।

ওপৰত উল্লেখ কৰা ঝুমুৰি, ঝুমুৰ, ঝুমৰি, সংগীতক বা গোষ্ঠীৰ লগত মাধৱদেৱৰ ঝুমুৰাৰ সম্পৰ্ক আছে নে নাই সেইকথা তৰ্ক-সাপেক্ষ। 'কোটোৰা খেলা' নামৰ ঝুমুৰাখনিত বংগদেশৰ ঝুমুৰৰ যথেষ্ট সাদৃশ্য দেখা যায়। পিছে এইখনি ঝুমুৰা মাধৱদেৱে ৰচনা কৰা হয়নে নহয় সিও তৰ্কৰ বিষয়। হয়তো এইখন পিছৰ কালৰ কোনো অজ্ঞাত লোকৰ ৰচনাহে। মাধৱদেৱৰ স্ব-ৰচিত ঝুমুৰাসমূহৰ ক'তো শৃংগাৰ ৰসৰ প্ৰয়োগ নাই। গীতে মাতে ভৰা এই ঝুমুৰাসমূহত নাৰী-চৰিত্ৰৰ প্ৰাধান্য অৱশ্যে আছে। এনেকৈও ভাবিব পাৰি যে 'ৰাস-ঝুমুৰা'খনি জনপ্ৰিয় হোৱাৰ পিছত প্ৰায় একে লক্ষণযুক্ত মাধৱদেৱৰ বাকী নাটসমূহকো মানুহে হয়তো ঝুমুৰা বুলিবলৈ ল'লে। 'ৰাস-ঝুমুৰা' নামৰ নাটখনি মাধৱদেৱে নিজেই ৰচনা কৰা বুলি খাটাংকৈ ক'ব পৰা হ'লে 'ঝুমুৰা' নামটোও মাধৱদেৱেই দি থৈ যোৱা বুলি নিঃসন্দেহ হ'ব পৰা গ'লহেতেন।

শেষত গ্ৰহণযোগ্য মত এইটো যেনেই লাগে যে যিদৰে সংস্কৃত নাট্যৰীতিৰ ৰূপক মানে দীঘল নাট আৰু উপ-ৰূপক মানে চমু নাট বুজোৱা হয়, নাইবা যিদৰে অসমীয়া ছন্দৰীতিত লেচাৰি নামৰ সুদীৰ্ঘ ছন্দৰ কাষত ঝুমুৰা শব্দৰে ক্ষুদ্ৰাকৃতিৰ ছন্দসজ্ঞাক বুজোৱা হয়, সেইদৰেই হয়তো শংকৰদেৱৰ সুদীৰ্ঘ নাটবোৰৰ কাষত আপেক্ষিক-ভাৱে ক্ষুদ্ৰ পৰিসৰৰ মাধৱদেৱৰ নাটসমূহকে বোলা হ'ল ঝুমুৰা।

## ঝুমুৰা সমূহৰ ভাষা :

পূৱ-ভাৰতৰ বিষ্ণুভক্ত সম্প্ৰদায়ৰ পৱিত্ৰ উমৈহতীয়া ভাষা ব্ৰজবুলি বা ব্ৰজাৱলীত মাধৱদেৱে তেওঁৰ ঝুমুৰাসমূহ ৰচনা কৰিছিল। তেওঁৰ কাব্যৰ ভাষা মাধৱকন্দলী আৰু শংকৰদেৱৰ কাব্যৰ দৰে উন্নত স্তৰৰ প্ৰাচীন অসমীয়া; কিন্তু ঝুমুৰাৰ ভাষা শংকৰদেৱৰ নাটৰ দৰেই

ব্ৰজাৱলী। এই ভাষা হ'ল অসমত মৈথিলি সাহিত্যৰ প্ৰভাৱৰ নিদৰ্শন। চতুৰ্দ্দশ শতিকাৰ আৰম্ভণিৰে পৰা মৈথিলি সাহিত্যৰ বিকাশৰ স্পষ্ট গতি চকুত পৰে। এই সাহিত্যৰ শ্ৰেষ্ঠতম কবিজন হ'ল বিদ্যাপতি। এই কাব্যিক আৰু নিঃসন্দেহে কৃত্ৰিম[৩১] প্ৰকৃতিৰ ভাষাটোৰ অসম আৰু বংগৰ কবিসকলৰ হাতত যথেষ্ট শ্ৰীবৃদ্ধি হৈছিল। অসমত অসমীয়া ভাষা আৰু বংগত বঙলা ভাষাৰ লগত মৈথিলিৰ আৰু কিছু পৰিমাণে অপভ্ৰংশ তথা পশ্চিমা হিন্দীৰ মিশ্ৰণত এই ভাষাই গঢ় লৈছিল।[৩২] কোনো কোনো পণ্ডিতে অৱশ্যে ব্ৰজাৱলীক এটি মৌলিক ভাষা বুলিয়েই কয় আৰু অৱহট্টৰ পৰা পোনে পোনে ইয়াৰ উৎপত্তি হোৱা বুলিও ক'ব খোজে।[৩৩] তেওঁলোকৰ মতে ব্ৰজাৱলী ভাষাত গীত ৰচনা কৰোঁতা প্ৰথমজন কবি হ'ল শংকৰদেৱ। ব্ৰজাৱলী ভাষাত গীত-নাট ৰচনা কৰাৰ মূলতে আছিল পূৱ-ভাৰতৰ সাহিত্য-সংস্কৃতিৰ জাগৰণত অংশগ্ৰহণ কৰাটো। সংস্কৃত ধ্ৰুপদী নাটৰ লগতো ব্ৰজৰ উপভাষাটোৰ সম্পৰ্ক থকা বুলি কোনো কোনো পণ্ডিতে মত প্ৰকাশ কৰা দেখা যায়।[৩৪]

শংকৰদেৱ আৰু মাধৱদেৱ দুয়োজনৰে নাটকীয় ভাষাত এটি কামৰূপী সুৰো পৰিষ্কাৰভাৱে শুনা যায়। শংকৰদেৱৰ নাটতকৈ মাধৱদেৱৰ ঝুমুৰাসমূহত যোজনা আৰু জতুৱাঠাঁচৰ প্ৰয়োগ বেছি। এইবোৰৰ গীত আৰু বচনসমূহ কথিত অসমীয়াৰ বেছি ওচৰ চপা। তাৰে ভিতৰত "পলাই জগত পতি" ( অৰ্জুন ভঞ্জন ), "ভূমি লুটি কান্দে গোপীনাথ" ( ভূমি লেটোৱা ), "গোপাল শুনৰে বাপ" ( ভূমি-লেটোৱা ), "কানু সাজে সাজে" ( ভোজন বেহাৰ ) আৰু 'পিম্পৰা

৩১। সুনীতি কুমাৰ চেটাৰ্জি, 'দি বাণীকান্ত লেক্‌চাৰ', ১৯৫৪, পৃঃ ৬১
৩২। " "
৩৩। 'শংকৰী সংস্কৃতিৰ অধ্যয়ন', পৃঃ ৭৩
৩৪ এ, বি, কেইথ, 'দি সংস্কৃত ড্ৰামা', পৃঃ ৪০-৪১

'চোৰ'াৰ আটাইকেইটি গীতেই ব্ৰজাৱলী ভাষাৰ প্ৰভাৱৰ পৰা সম্পূৰ্ণ মুক্ত। তেওঁৰ ঝুমুৰাসমূহৰ বাকীবোৰ গীত হ'ল ব্ৰজাৱলী মিশ্ৰিত অসমীয়াৰ সুন্দৰ নিদৰ্শন।

ব্যাকৰণ-ৰীতিত মাধৱদেৱে গুৰু শংকৰদেৱৰ ৰীতি অনুসৰণ কৰিছিল। এই ৰীতি পুৰণি অসমীয়া সাহিত্যৰ ব্যাকৰণ ৰীতিতকৈ পৃথক। প্ৰাচীন অসমীয়াত অপ্ৰচলিত দুই এটা ব্যাকৰণৰ গঢ় মাধৱদেৱৰ গীতত দেখা যায়।[৩৬] তেওঁৰ ঝুমুৰাৰ বচনসমূহে কামৰূপী শব্দ ( লাগ, লাগল, কটি ইত্যাদি ) আৰু গ্ৰাম্য কথনভংগিৰ মিশ্ৰণেৰে ঘৰুৱা ৰূপ গ্ৰহণ কৰিছে। তাৰে উদাহৰণ "মাটিত থেকে—চাই থৈয়া", "ৰাগ চাৰল", "ধুৱাইতে থুৱাইতে", "চাৰ-পড়োক", "চুৰুণী" ইত্যাদি।

মাধৱদেৱৰ ঝুমুৰাসমূহৰ মাজত ব্ৰজাৱলী মিশ্ৰিত অসমীয়াতে কথিত অসমীয়াৰ প্ৰত্যক্ষ উক্তিৰ সজীৱ প্ৰকাশ দেখা যায়। তাৰে দুটিমান হ'ল, "হামাত ৰোষে বাগৰ গাৱে লাগে মাটি" (ভূমি-লেটোৱা) "কোন চাৰ পুৰাতন কলস ভাংগল, কড়া দুইক ধন হানি কয়ল, তাহেকো গাৱে নাহি সহল, আৰ কি সহব ?" ( 'চোৰ ধৰা' )

"পৰম সুকোমল বালি, গন্ধগন্ধে ভ্ৰমৰ আকুল কৰিছে···আসা অহিতে ভোজন কৰোহো, পানী পিয়া বৎসসব চৰোক" ( 'ভোজন-বেহাৰ' )

"ওহি বুলি যশোদা গোৱালী সবাকে ঠেঙ্গনা দিয়া খেদাইকহো আপোন আঞ্চোৰে কৃষ্ণক ধূলা ঝাৰি বুকে বান্ধি কোলে কৰি বদনে চুম্বন দিয়া পৰম আনন্দে আপোন গৃহে আনি শীতল জলে স্নান কৰাই পঞ্চামৃত ভোজন কৰাৱল"। ( 'চোৰধৰা' )

"হামাক চাতু বুলিতে জনম জাই। আজু ৰাগ চাড়ল। ছি, ঘিনাসে লাগে। হামু কথা কহিতে জাসু, সবে লোকে মন্দ বোলব।

৩৬। ভূমিকা, 'শ্ৰীশ্ৰীমাধৱদেৱৰ বাক্যামৃত'

কি কৃষ্ণক খুৱাইতে-খুৱাইতে কষ্ট পাৱল, আমাক মাৰিতে আসা কয় ঠিক।” ('অৰ্জুন ভঞ্জন')

## ঝুমুৰাসমূহৰ মাই চৰিত্ৰ : কৃষ্ণ আৰু যশোদা :

কৃষ্ণ আৰু যশোদাৰ মোহনীয় চৰিত্ৰ হ'ল মাধৱদেৱৰ ঝুমুৰাৰ শ্ৰেষ্ঠ আকৰ্ষণ। এই দুটি চৰিত্ৰৰ উজ্বলতাৰ কাষত বাকীবোৰ চৰিত্ৰ নিষ্প্ৰভ হৈ পৰিছে। হাস্য আৰু বাৎসল্য ৰসৰ মধুৰ প্ৰকাশ দেখা যায় এই দুটি চৰিত্ৰৰ মাজত। ঝুমুৰাৰ চৰিত্ৰবোৰ হ'ল কৃষ্ণ, নাৰদ, নন্দ, গোপশিশুসকল, কুবেৰৰ পুত্ৰদ্বয় আৰু বাটৰুৱা। নাৰীচৰিত্ৰৰ মাজত জিলিকি আছে যশোদা। ৰোহিনী আৰু গোপীসকলৰ চৰিত্ৰই প্ৰাধান্য পোৱা নাই।

কৃষ্ণ চৰিত্ৰৰ অংকণত মাধৱদেৱৰ প্ৰতিভাই চূড়ান্ত প্ৰকাশ লাভ কৰিছে। শিশুকৃষ্ণৰ যি মনোমোহা আৰু হৃদয় পৰশা ৰূপ তেওঁ দাঙি ধৰিছে তাৰ তুলনা অন্যত পাবলৈ নাই। কেৱল উত্তৰ-ভাৰতৰ সাধক-কবি সুৰদাসৰ দুটিমান গীততহে কৃষ্ণৰ শিশুৰূপৰ এনে মনোমোহা চমকনি চকুত পৰে।[৩৭] মাধৱদেৱৰ গীত আৰু ঝুমুৰাৰ শিশু কৃষ্ণ বালসুলভ ক্ৰিয়াকলাপ আৰু পৰমপুৰুষত্বৰ অপূৰ্ব মিশ্ৰণ। এইজন কৃষ্ণক শংকৰদেৱৰ নাটৰ নায়ক শ্ৰীকৃষ্ণৰদৰে প্ৰথম দৰ্শনতে ভগৱান বুলি চিনা নাযায়। এওঁ যেন দোষে-গুণে ভৰা এটি সাধাৰণ মানৱশিশু। কেৱল যমল অৰ্জুন ভংগ কৰি কুবেৰৰ পুত্ৰদ্বয়ক শাপমুক্ত কৰা আৰু ৰজ্জু বন্ধনত বাৰে পতি দুই আঙল কম হোৱা কাৰ্যতহে তেওঁৰ অলৌকিক শক্তি প্ৰকাশ পাইছে। এই কৃষ্ণ এটি চতুৰ শিশু। এওঁৰ বুদ্ধিমত্তা আৰু সপ্ৰীতিভ বচনভংগি বিস্ময়কৰ ভাৱে আমোদজনক। পিতৃ-মাতৃৰ আদৰ পাই ডাঙৰ হোৱা যি কোনো শিশুৰ দৰেই এওঁৰ আবেগ-অনুভূতিৰ গতি। কৃষ্ণৰ দুষ্টামীবো অন্ত

৩৭। 'সুৰদাস', পৃঃ ৫৮, ৫৯

নাই। গোৱালীৰ ঘৰত সোমাই মনে মনে চুৰ কৰি লৱণু খোৱা কানাইক যেতিয়া হাতে-লোটে ধৰা পেলোৱা হয়, গোপীৰ মুখতে লৱণু সানি বোলে—"তোহোৰ মুখত গন্ধ তইসে চুৰুনী।" কেতিয়াবা আকৌ লৱণু-কলহত হাতদি থাকোঁতেই কানু ধৰা পৰে। তেতিয়াও পিছে তেওঁৰ প্ৰত্যুৎপন্নমতিতাৰ অন্ত নপৰে ; তেতিয়া—

হৰি বোলে গোপী বড় দোষ পাইলি বাছি।
পিপৰা গুচাইতে লাগি হাত দিয়া আছি॥

এনে টেটোন কানাইক গোপীয়ে কথাৰে ঘটুৱাই কেনেকৈ ? গোপীসকলৰ বাবে তেওঁ দুষ্ট শিৰোমণি, কিন্তু মাকৰ কাষত এটি অজলা শিশু, গোৱালী-পাৰাত কথাৰ খেলা পাতি চাপৰিৰ চেৱে চেৱে নাচি হাত পাতি লৱণু খোৱা কৃষ্ণই মাকক দেখিলেই চাপি আহি কোলাত সোমায়। তেতিয়া গোপীৰ বিৰুদ্ধে তেওঁৰ কতনো ওজৰ ! কেতিয়াবা আকৌ কথাৰ চাতুৰিৰে কানায়ে মাককে শলঠেকত পেলায়। তেওঁৰ আগলি মুখৰ আগত আজলি যশোদাৰ মুখৰ মাত হৰে। 'ভূমি-লেটোৱা'ত লৱণু চুৰ কৰি ধৰা পৰাৰ ভয়ত মাটিত বাগৰি ক্ৰন্দন কৰা কৃষ্ণ নাইবা 'ভোজন-বেহাৰ'ত বন্ধুসৱক বিচাৰি নাপাই 'অন্ন ভোজন আজু বড়ি পৰমাদ ভেল, মোৰ ভায়াসব কাহেক গেল' বুলি বিলাপ কৰা কৃষ্ণৰ মাজত মানৱ-শিশুৰ চিনাকি লক্ষণসমূহ দেখা যায়। 'চোৰ-ধৰা' আৰু 'পিম্পৰা-গুচোৱা'ত মাতে-কথাই, কাৰ্যকলাপে তেওঁ যেন আমি দেখি থকা দুষ্ট ল'ৰাবোৰৰ মাজৰেই এটি !

ঝুমুৰাবোৰৰ মাজত কৃষ্ণৰ চৰিত্ৰ ৰং-ধেমালি প্ৰিয়, বাক্‌পটু আৰু চতুৰালিৰে ভৰা এখানি শিশু এটিৰ দৰেই যদিও শিশুটিৰ মাজতে পৰম ব্ৰহ্মাৰ মানৱী ৰূপৰ প্ৰকাশ মাধৱদেৱে সযতনে দাঙি ধৰিছে। এই প্ৰকাশ ইমান কলাসম্মত যে ঝুমুৰাবোৰৰ ঘাই আকৰ্ষণ শিশুৰ চতুৰালিয়ে সৃষ্টি কৰা হাস্যৰসৰ মূঠেই ব্যাঘাত ঘটা দেখা নাযায়। নাটকীয় কাহিনীৰ আদিতে আৰু সামৰণিতহে সাধাৰণতে কৃষ্ণৰ

পৰমপুৰুষত্ব ঘোষণা কৰা হয়। সূত্ৰধাৰ, সংগি আৰু এবাৰ ৰোহিণীৰ মুখেদিও এই ঘোষণা কৰোৱা হৈছে। 'অৰ্জুন-ভঞ্জন'ৰ বাহিৰে বাকীবোৰ ঝুমুৰাত কৃষ্ণৰ কাৰ্য-কলাপৰ মাজেদিও অতিমানৱত্ব ফুটি উঠা নাই। ভগৱানৰ ছবি অঁকাতকৈ তেওঁৰ বিস্ময়কৰ শিশু ৰূপৰ মোহিনী প্ৰকাশেহে যেন নাট্যকাৰ মাধৱদেৱক বেছি মুগ্ধ কৰিছিল। কৃষ্ণৰ স্ব মুখেদি 'অৰ্জুন-ভঞ্জন'ত তেওঁৰ স্ব-মহিমা বৰ্ণিত হৈছে—"হামু কোটি কোটি ব্ৰহ্মাণ্ডৰ নায়ক। ব্ৰহ্মাদি দেৱৰ পৰম দেৱতা। হামাকু মহা মহা যজ্ঞে সন্তোষ কৰাইতে নাহি পাৰত। সে হামু··· ভকতক কৃপায়ে চৌৰি কৰি কছু ভকতক বস্তু স্বীকাৰ কৰোহো।' একেখনি ঝুমুৰাতে শাপমুক্ত কুবেৰ-পুত্ৰদ্বয়ৰ মুখত দিয়া হৈছে এইটি গীত—

তুহু নিৰঞ্জন যিটো জগত আধাৰ।

ভাৰ হৰণ হেতু তুহু অৱতাৰ॥

তাৰবি লোক বিনোদ পৰকাশি।

তুৱা পদ কমলে সেৱক ভেলো আসি॥

ইয়াৰ মাজেদি অৱতাৰী ভগৱানৰ লীলা-মাহাত্ম্য প্ৰকাশ পাইছে। এই অৱতাৰ যে ভগৱানৰ পূৰ্ণ অৱতাৰ সেইকথা প্ৰকাশ কৰা হৈছে 'ভোজন-বেহাৰ' নাটত নাৰদৰ বচনত। নাৰদে কৈছে—

'হে প্ৰভো, হামু সপ্ত বৈকুণ্ঠত বিচাৰি তোহাক নাহি পাৱলু, অনন্ত শয্যাত বিচাৰি নাহি পাৱলু, সুতলে বলিক ঠাই বিচাৰি নাহি পাৱলু। হে স্বামী, ত্ৰিভুবন বিচাৰি যমুনাক তীৰে তোহাৰি পাদচিহ্ন ভেট পাৱলু।' যিজন বৈকুণ্ঠৰ পতি, সেইজনেই আকৌ বৃন্দাবনৰ গৰখীয়া। কেনে আশ্চৰ্যজনক কথা; যি জন ত্ৰিভুবনৰ গৰাকী, সেইজনেই আকৌ গোপীৰ ঘৰত চুৰকৈ নৱনু খায়! যি জন ভকতৰ ভয়হাৰী তেৱেঁই আকৌ মাকৰ ভয়ত মিছা মাতে। এই ৰহস্যৰ ওৰ নাই, বিস্ময়ৰ অন্ত নাই। মাধৱদেৱে সেয়েহে এটি গীতত কৈছে—

তিনিগুণময় বেদপন্থ পৰি হৰা।

গোৱালীৰ ঘৰে গৈয়া ব্ৰহ্ম চিনি ধৰা॥

মাধৱদেৱৰ ঝুমুৰাসমূহৰ অন্যটি উজ্বল চৰিত্ৰ হ'ল যশোদা। শংকৰদেৱৰ নাটত থকাৰ দৰে মাধৱদেৱৰ ঝুমুৰা সমূহত ৰুক্মিণী, সীতা, সত্যভামাৰ দৰে প্ৰেমকাতৰা বা অভিমানিনী নাৰীচৰিত্ৰ নাই। মাধৱদেৱৰ যশোদা মাতৃস্নেহৰ সাৰ্থক প্ৰতিমূৰ্ত্তি। ৰুক্মিণী বা সত্যভামাৰ দৰে যশোদাও কৃষ্ণ অনুৰক্তা কিন্তু এই অনুৰক্তি নিৰ্ভাজ মাতৃস্নেহৰ। শংকৰদেৱৰ 'কালিদমন' নাটত মাতৃ যশোদাৰ ছবি পোৱা গলেও মাধৱদেৱৰ ঝুমুৰাত থকা যশোদাৰ ছবি বেছি সজীৱ। এইটি চৰিত্ৰৰ বৈশিষ্ট্য হ'ল মাতৃসুলভ আদৰ, শাসন আৰু উৎকণ্ঠাৰ সংমিশ্ৰণ।

'অৰ্জুন-ভঞ্জন'ৰ যশোদাৰ মাজত এগৰাকী ৰাণী আৰু এগৰাকী দায়িত্ব সম্পন্না গৃহিণীৰ ৰূপ ফুটি উঠিছে। দাসী সকলৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰি নিজেও কামত ধৰা যশোদা এফালে চোকা গৃহকৰ্ত্ৰী আনফালে মৰমী মাতৃ। ৰাণীসুলভ ভেম এটাও তেওঁৰ নোহোৱা নহয়। নন্দৰ লগত গৃহকন্দল কৰি তেওঁ ঘোষণা কৰিছে—"হামু গৃহক গৃহিণী, গৃহক সব অধিকাৰ হামাৰ।" অন্য গোৱালী সকলকো যশোদাই আঙুলিৰ নিৰ্দ্দেশত চলাবলৈ জানে। বাকী সকলো গুণ তল পেলাই যশোদাৰ যিটি ৰূপে বেছি আকৰ্ষণৰ সৃষ্টি কৰিছে সেয়া হ'ল কৃষ্ণৰ প্ৰতি তেওঁৰ সীমাহীন স্নেহ। উমলি থকা শিশু কানাইক চাই তেওঁৰ মৰম যেন নিজৰি পৰে—

"আহে বাপু, তোহাৰি, অৰুণ অধৰক বালাই লঞো। মধুৰ হাস্য ৰহয়ো যাঞো। ৰাতুল চৰণক হুয়া মৰিয়া যাঞো। ভালাৰে, নয়না কিনা মধুৰ মুৰুতি।" কৃষ্ণ তেওঁৰ বাবে "কোটি পুৰুষক পৰম দেৱতা, মাথাক মুকুট, শিৰৰ ভূষণ, গলাৰ সাতসৰি।"

যি কোনো আদৰ্শৰ মাতৃৰ দৰে যশোদাই কৃষ্ণক দুষ্টামী কৰিলে শাসন কৰে, প্ৰহাৰৰ ভয়ো দেখুৱায়—"এমনে মাৰিবো যেন গাৱে থাকে খড়ি।" গোপীৰ মুখত ওজৰ শুনি শুনি "কতনো সহিব আৰু তোমাৰ জগৰা" বুলি অসহ্য হৈ যশোদাই কৃষ্ণক গালি পাৰে। পিছে খন্তেকলৈহে। কৃষ্ণৰ ভুৱন ভুলোৱা মুখৰ অজলা চকুযোৰে নিমিষতে

মাকৰ মন মৰমেৰে ভৰাই পেলায়। তাতে যদি কানায়ে পদুমৰ পাহি যেন চকুৰে উচুপিবলৈ ধৰে, "ধূলা ঝাৰি, কোলে তুলি, বুকে বান্ধি" হে তেতিয়া যশোদাই শান্তি পায়। এনেবোৰ সময়ত গোচৰ দিবলৈ অহা গোপীয়েহে উভতি গালি খোৱাৰ দৃষ্টান্ত দেখা যায়। মৰমৰ আধিক্যত পুতেকৰ দোষ নেদেখা যশোদাই কেতিয়াবা হীনবো হীন হৈ নিজৰ গা-তে সকলো দোষ পাতি কৃষ্ণক শান্ত কৰিবলৈ যত্ন কৰে। কেতিয়াবা আকৌ মৰমভৰা অনুযোগ কৰে—

বান্দৰে লৱনি খাইলে মোত কিবা ঘাটি।
হামাত ৰোষে বাগৰ গাৱে লাগে মাটি॥

যশোদাৰ প্ৰিয় কৰ্ম হ'ল চেনেহৰ কানাইৰ মুখত চুমা দি পুৱাতে জগাই সজাই-পৰাই বৃন্দাবনলৈ গৰু চাৰিবলৈ পঠোৱাটো। চতুৰ কানায়ে মাকক যদিও দুখৰ কথা ক'বলৈ নেৰে, কংসৰ নগৰি মধুপুৰলৈ গুচি যোৱাৰ ভয়ো দেখুৱায়, তথাপিও যশোদাৰ বাবে কৃষ্ণই হ'ল নয়নৰ মণি। পুৱাতে ওলাই গৈ গধূলিও ঘৰলৈ নহা কৃষ্ণক বিচাৰি যমুনাৰ তীৰে তীৰে বিলাপ কৰি ফুৰা যশোদাৰ চৰিত্ৰ অতি হৃদয়-পৰশা।

মাধৱদেৱৰ যশোদাৰ মাজত বিশ্বজনীন মাতৃৰূপ প্ৰতিভাত হৈছে। যশোদাৰ মৰম এজন সাধকৰ ভক্তিৰ দৰে গভীৰ। সেয়েহে সেই স্নেহৰ বান্ধোনত বান্ধ খায় স্বয়ং ভগৱানেও গৰখীয়াৰূপে বিহাৰ কৰিছিল।

## অৰ্জুন ভঞ্জন:

মাধৱদেৱে এইখনি ঝুমুৰা ৰচনা কৰে গণককুচিত থকা কালত ১৫৩৮ শকত। সেই সময়ত শংকৰদেৱ জীৱিত আছিল। কথিত আছে যে এইখনি নাটৰ অভিনয়ত শংকৰদেৱে নন্দৰ আৰু মাধৱদেৱে

উপনন্দৰ ভাও লৈছিল।[৩৮] এইখনি ঝুমুৰাকে দধিমথন নামেৰে জনা যায়। যাত্ৰা[৩৯] আৰু ঝুমুৰা[৪০] দুয়োটা আখ্যাৰেই নাটখনিক বুজোৱা হয়।

'অৰ্জুন ভঞ্জন'ৰ কাহিনীভাগত ভাগৱত-পুৰাণ (দশম স্কন্ধ) আৰু হৰিবংশ (ত্ৰেষষ্ঠিতম অধ্যায়)ৰ কাহিনীৰ লগতে মিশ্ৰিত কৰা হৈছে বিল্বমংগলৰ কৃষ্ণকৰ্ণামৃতৰ শ্লোক। কেইটি হ'ল :

(১) ঘোষস্য মোহশামনায় মিথোগুণেন।
মধ্য বৱন্ধ জননী নৱনীতচোৰম্॥

(২) নক্ষত্ৰমিত্ৰ নৱনীতাকণাৱকীৰ্ণাম।
বক্ষস্থলোদৰমগোচৰমাগমানাম॥

(৩) পৰমিমুপদেশমাদৃয়ধং
নিগমবনেসু নিতান্ত চাৰক্ষীণাঃ।

কোনোবা এদিন যশোদাই দধি মথিছিল, ওচৰতে উমলি আছিল অকনমাণি কানায়ে। হঠাতে কি নো মন গ'ল, কানায়ে মাকৰ বুকুত সোমাই গাখীৰ খাবলৈ ধৰিলে কামত বাধা দি। মৰমতে পমি যশোদা ৰাণীয়েও কৃষ্ণক স্তনপান কৰাবলৈ ধৰিলে। পিছে ইফালে গাখীৰ উথলি পৰে যেন দেখি জোৰকৈ ল'ৰা নমাই যশোদা আঁতৰি যাব লগা হ'ল। কানায়ে দেখিলে যশোদাই "হামাত কৰি কড়া দুইত খীৰ অধিক মানল"—গতিকে পটাপুত্ৰ হানি কলসি ভাঙি দৈ-লৱণু নাশ কৰি "উড়ল উপৰে চড়ি লৱণু ভূঞ্জন্ত হৰি বানৰ সৱ লৈয়া সাথে।" গাখীৰ নমাই আহি যশোদাই সেই দৃশ্য দেখিলে। নন্দৰাণী খঙত জ্বলি উঠিল আৰু এচাৰি হাতত লৈ পিছে পিছে খেদিবলৈ ধৰিলে দুষ্ট

৩৮। মহেশ্বৰ নেওগ, ভূমিকা, 'শ্ৰীশ্ৰীমাধৱদেৱৰ বাক্যামৃত'

৩৯। নাটখনিৰ শেষত থকা সূত্ৰধাৰৰ বচন

৪০। 'দৈত্যাৰি', পদ ১২৮৬

কামুক। কোনোমতে চোৰ ধৰিব পাৰি যশোদাই এইবাৰ বান্ধিবলৈ জৰি আনিলে। কিন্তু এই সময়তে কৃষ্ণই "যোগমায়া বেকত কৰল", যশোদাই যিমানে জৰি আনে তথাপিও দুই আঙুল কম হয়। সোণৰ পুতলী কৃষ্ণক বান্ধিবলৈ কৰা আয়োজন দেখি ৰোহিণী প্ৰমুখ্যে গোপীসকলে যশোদাক নানাপ্ৰকাৰে বাধা দিলে, যশোদা কিন্তু অটল। বাৰে বাৰে দুই আঙুল জৰি কম হোৱাত যশোদা ভাগৰি পৰা দেখি ভক্ত-বৎসল ভগৱানে এইবাৰ আপুনি বন্ধন ললে। দুষ্ট কানাইক উড়ুখত বন্ধন কৰি কোনেও মুকলি কৰি নিদিবলৈ সকীয়াই যশোদা আপোন কামলৈ গ'ল। পিছে কৃষ্ণও সহজ শিশু নহয়, উড়ুখল চোচৰাই লৈয়ে জৰিৰে সৈতে বগাই তেওঁ বাটচৰা পালেগৈ। তাতে দুজোপা যমল অৰ্জুনৰ মাজত পথালিকৈ লগা উৰালটো আজোৰ মাৰোতে গছ উভালি পৰিল আৰু শাপভ্ৰষ্ট হৈ থকা দুই কুবেৰ-পুত্ৰ মণিগ্ৰীৱ আৰু নলকুবেৰে মুক্ত হৈ তেওঁক বন্দনা কৰিলে। বিনা কাৰণতে বিশাল গছ দুজোপা উভালি পৰাৰ শব্দ শুনি গোৱালসকল দৌৰি আহিল আৰু আৱিষ্কাৰ কৰিলে ৰজ্জুবন্ধনেৰে সৈতে স্বয়ং কৃষ্ণক। মৰমৰ পুত্ৰৰ সেই দশা দেখি নন্দৰজাই কোলাত তুলি তেওঁক ভিতৰলৈ লৈ গ'ল। তাৰ পিছত নন্দ যশোদাৰ মাজত অনুষ্ঠিত হ'ল এখনি সৰু-সুৰা গৃহযুদ্ধ।

এইখনি ঝুমুৰাৰ থাই ৰস ভক্তি আৰু হাস্য। তাৰ লগতে আছে পৰমপুৰুষৰ গোপ ৰূপত উদ্ভৱ হোৱা বিস্ময় ৰস। কৃষ্ণৰ পৰম পুৰুষত্বৰ ঘোষণা এইখনি ঝুমুৰাতে অধিকভাৱে দেখা যায়। লক্ষণৰ ফালৰ পৰাও এইখনিকে পূৰ্ণাংগ অংকীয়া নাটত ওচৰ চপা বুলি ক'ব পাৰি। মাধৱদেৱৰ ঝুমুৰাসমূহৰ ভিতৰত সবাতোকৈ দীঘল এইখনি ঝুমুৰাৰ চৰিত্ৰ-চিত্ৰন বৰ নিখুঁত। শেষৰ ফালে নন্দ আৰু যশোদাৰ বাক্যযুদ্ধখনে মনত পেলায় শংকৰদেৱৰ 'পাৰিজাত-হৰণ'ৰ শচী-সত্যভামাৰ গ্ৰাম্য বচন সমূহলৈ। আঠোটা গীতৰ সমাৱেশেৰে ঝুমুৰাখনি সকলোফালৰ পৰাই উপভোগ্য।

## চোৰধৰা :

এইখনি ঝুমুৰাৰ মূল হ'ল বিল্বমংগলৰ এই কেইটি স্তোত্ৰ—

কুণ্ডক্ৰীড়া ৱিগলিত ঘনস্বেদ মুগ্ধাননশ্ৰী :
কশ্চিৎ দৃষ্টাঃ কুৱলয়দলশ্যামলঃ কোপি ৱালা
পৃচ্ছন্তোৱৈৰ পথি পথি যযউ ব্যাকুলা নন্দপত্নী
তীৰে তীৰে তপনদুহিতা কৃষ্ণমন্বেষয়ন্তি।

ইয়াৰ লগতে মাধৱদেৱে মিশ্ৰণ কৰিছে লৱণু-চুৰিৰ কাহিনী। - এদিন গোপীৰ গৃহত লৱণু চুৰ কৰি থকা অৱস্থাতে কৃষ্ণ হাতে-লোটে ধৰা পৰিলে। ঘৰৰ গৃহিনী গৱাকীয়ে চোৰ ধৰিব পাৰি লগৰ সখীসৱক চিঞৰি চিঞৰি মাতিবলৈ ধৰিলে—" তোহো সব সত্বৰে আৱ। হামাকু মাৰিয়ে চোৰ পলাৱব।" কাৰণ এইটো চোৰ সাধাৰণ চোৰ নহয়, স্বয়ং দুষ্ট কানাই। তেওঁক বলে পৰা টান। কানায়েও বিপদত পৰি বন্ধুসৱক উদ্ধাৰৰ বাবে মাতিবলৈ ধৰিলে। দলে বলে বন্ধুসকল আহি পোৱাত কানুৰ এইবাৰ শক্তি বাঢ়িল। তেওঁবোলে ৰাজ-পথত খেমালি কৰি থকাৰ পৰাই গোপীসবে চোৰ বুলি ধৰি আনিছে। গতিকে গোপীসকলক মাকৰ আগত নি গোচৰ দিব বুলিও তেওঁ সকীয়াই থৈছে। আৰু এখোপ বাঢ়ি গৈ কানায়ে বোলে—"আহে গোৱাৰীসৱ আপনাহি সবে দধি-দুগ্ধ খাই হামাক কলঙ্ক দেসি। তোৰা সৱক হামু ছাড়ব নাহি।" গোপীয়ে এৰিলেও এতিয়া কৃষ্ণই নেৰে। তেওঁক আৰু অলপ লৱণু নিদিয়াকৈ গোপীসকলৰ ৰক্ষা নহ'ল। কৃষ্ণই লৱনুও খাবলৈ ধৰিলে আৰু গোপীৰ অনুৰোধ ৰাখি "নানাবিধ কৌতুক নৃত্য কৰিয়ে" সকলোকে আনন্দ দিবলৈ ধৰিলে। ইফালে যশোদাৰ অৱস্থা হ'ল বৎস হেৰুওৱা ধেনুৰ দৰে। পুৱাতে ওলাই গৈ গধূলি পৰলৈকে ঘৰলৈ নহা কানাইক বিচাৰি তেওঁ চিন্তাত বাউলি হ'ল।

যমুনাৰ তীৰে তীৰে ফুৰে নন্দজায়া।
ভৈল অচেতন সতী পুত্ৰক নপায়া॥

নীলপদুমৰ পাহিব দৰে সুন্দৰ শৰীৰত যাৰ মুকুতাৰ দৰে ঘামৰ টোপাল শোভা পাইছে—সেই কানুক কোনে ক'ত দেখিছে বুলি যশোদাই সুধি ফুৰিবলৈ ধৰিলে। শেষত যেনিবা এগৰাকী গোপীৰ পৰা কানাইৰ সম্ভেদ পাই বিচাৰি আহি যশোদাই নাচি থকা কানাইক পালেহি। পুত্ৰক পাই যশোদাৰ বুকু শাঁত পৰিল। কৃষ্ণয়ো কান্দি কান্দি মাকক "গোপীক সব বৃতান্ত শুনাৱল।" ফলত যশোদাই গোপীসকলক প্ৰাণ খুলি ককৰ্থনা কৰি নিজৰ নয়নমণি কৃষ্ণক বুজাবলৈ ধৰিলে।—"হে বাপু কৃষ্ণ, ওহি বান্দীসৱক থাৱে আৱৰ আৱবি নাহি। হামাৰ ঘৰে দধি-দুগ্ধ লৱণু কে পুছত ?"

## পিম্পৰা-গুচোৱা :

'কৃষ্ণকৰ্ণামৃত'ৰ "পিপিলিকা পনয়ম" শব্দৰ পৰাই এইখনি ঝুমুৰাৰ নামটো পোনে পোনে লোৱা হৈছে। মূলৰ কুৰি আৰু একত্ৰিশ নং শ্লোকৰ আধাৰতে আগবাঢ়িছে ঝুমুৰাখনিৰ কাহিনী। আদিতে দিয়া গীতটিতো দেখা যায় বিল্বমংগলৰ শ্লোকৰ সৰল অনুবাদ। শ্লোক কেইটিৰ বিষয়বস্তু হ'ল গোৱালীৰ ঘৰত লৱণু চুৰ কৰিবলৈ গৈ ধৰা পৰি নিজৰ ঘৰ বুলি ভুল কৰা কথাৰে আৰু পিম্পৰা গুচোৱাৰ মিথ্যা বচনেৰে ছলনা কৰা কৃষ্ণৰ ছবি। দ্বিতীয়টি শ্লোকত আছে মুখত লৱণুৰ গোন্ধ, বচনত তস্কৰৰ চাতুৰি, নয়নত ছলনাময় অশ্ৰু আৰু চৰণত চপল নৃত্য-ভংগিৰে নন্দ-কুমাৰৰ ৰূপ।

ইয়াৰে প্ৰথমটিৰ উল্লেখ শ্ৰীধৰ স্বামীৰ 'ব্ৰজ-বিহাৰ' কাব্যতো পোৱা যায়।[৪১]

এইখনি ঝুমুৰাত কৃষ্ণ চৰিত্ৰৰ চাতুৰিৰ পূৰ্ণতম বিকাশ লক্ষ্য কৰা যায়। গোৱালীৰ ঘৰত লৱণু চুৰ কৰিবলৈ যোৱা কানাইক গোৱালীয়ে সুধিলে বোলে, "মোৰ ঘৰত মনে মনে কিয় সোমালাহি?" কানাইৰ উত্তৰ' "নিজৰ ঘৰ বুলি ভুলতে সোমালো।" গোপীয়ে

৪১। ষ্টাদিজ ইন দা বৈষ্ণৱ লিটাৰেচাৰ এণ্ড কালচাৰ অৱ আসাম, পৃঃ ৯৯

বোলে, "সেইটো বাক বুজিলো। পিছে লৱণুৰ কলহতনো হাতখন দি আছা কিয় ?" উত্তৰত—

কানু বোলে গোপী বৰ দোষ পাইলি বাছি।
পিপৰা গুচাইতে লাগি হাত দিয়া আছি ॥

গোপীৰ শুই থকা শিশুটিও বোলে হেৰোৱা গৰু পোৱালীৰ বাতৰি সুধিবলৈহে তেওঁ জগালে। শেষত কথাৰে বলে নোৱৰা কানাইক গোপীয়ে যেতিয়া পোনে সুধিলে যে তেওঁৰ মুখত কিয় লৱণুৰ গোন্ধ, তেতিয়া—

কানু বোলে শুন আৰে গোপী নিদাৰুণী।
তোহোৰ মুখত গন্ধ তাই সে চুৰুণী ॥

বাক্‌পটু কানাইক আৰু বেছিকৈ জোকাই নলৈ গোপীসকলে যশোদাক গোচৰ দিবলৈ গ'ল। কানাইৰ বিৰুদ্ধে দিনে দিনে ওজৰ শুনি যশোদা ইতিমধ্যে তিক্ত-বিৰক্ত হৈ আছে। গতিকে কৃষ্ণক তেওঁ সাৱধান বাণী শুনালে—আকৌ যদি কৃষ্ণ কেতিয়াবা লৱণু চুৰ কৰিবলৈ যায়, তেতিয়া "এমনে মাৰিবো যেন গাৱে থাকে খাড়ি।" যশোদাই এনে কথা নকলে যেনিবা কদৌ বাহতহে জুই দিলে। দুখে-অভিমানে কৃষ্ণৰ মুখৰ পৰা মনৰ বেদনা নিজৰি পৰিবলৈ ধৰিলে ৰজাৰ কুমাৰ হৈও তেওঁ বনত গৰু চাৰি ভাত খাব লাগে। তাৰ ওপৰতে আছে মাকৰ গালি শপনি। তেওঁক 'চোৰ' বোলা মিছা কলংকৰ মূলতেও মাক যশোদাৰহে অৱদান। গতিকে ইমানবোৰ অপমান সহি থকাতকৈ কংসৰ নগৰী মধুপুৰলৈ গুচি যোৱাই ভাল। কোৱা বাহুল্য, এই ভয়াবহ সকীয়নিয়ে আজলি যশোদাক কাতৰ কৰিলে। কৃষ্ণৰ বদন চুম্বন কৰি পুনৰ তেওঁ স্বৰ্গীয় আনন্দত মগ্ন হ'ল।

## ভূমি-লেটোৱা :

বিল্বমংগলৰ স্তোত্ৰৰ আধাৰত ৰচিত এইখনি ঝুমুৰাত পোৱা যায় শিশুকৃষ্ণৰ চাতুৰিৰ আৰু এখনি মনোমোহা ছবি ॥ এদিন গোপনে

ক্ষীৰ-লৱণু চুৰ কৰি খাই থকা অৱস্থাত কানায়ে দেখে যে মাক আহিছে। চোৰ ধৰা পৰে এতিয়া। পিছে "সৰল নাগৰ চূড়ামণি" কৃষ্ণৰ বুদ্ধি অলেখ। খিতাতে লৱণু-পাত্ৰ আঁতৰাই লৱণুৰ চিন থকা হাতখনিৰে বাঁহীটো পিছফালে লুকুৱাই তেওঁ মাটিত বাগৰি কান্দিবলৈ ধৰিলে। চেনেহৰ পুতলীৰ এই দশা দেখি যশোদা বিগলিত হৈ তাৰ কাৰণ সোধাত কৃষ্ণৰ মুখৰ পৰা অনৰ্গল চাতুৰিপূৰ্ণ মিছাবাক্য ওলাবলৈ ধৰিলে। তেওঁ বোলে লৱনু আৰু ক্ষীৰ, নৈ দিছিল, গোটেই-বোৰ কোনোৱাই খালে! তদুপৰি তেওঁৰ বাঁহীটোও চোৰে নিলে! একোদিনাই তিনিটা বিপদ, "এতিনি প্ৰমাদ মোৰ ভৈল একেবাৰে" বুলি কৃষ্ণই কান্দোনত গছৰ পাত সৰুৱালে। অৱস্থা দেখি চেনেহী যশোদাৰ চকুৰপানী ওলালে। তেওঁ দেখিলে কৃষ্ণৰ "নেত্ৰজলে মলিন সুন্দৰ চান্দ মুখ।" সকলো দোষ নিজৰ গা-ত পাতিলৈ যশোদাই কৈছে যে দাস-দাসীবোৰ কামে-কাজে গৈছে, নন্দ ৰজাও ঘৰত নাই। এনে সময়তে যশোদাই পানী আনিবলৈ যমুনালৈ যাওঁতেই বোধকৰো বান্দৰে লৱণু খালে। যোৱা কথা গ'ল, এতিয়া কৃষ্ণক যিমান লাগে খীৰৰ লাড়ু আৰু লৱণু দিবলৈ অংগীকাৰ কৰি যশোদাই "ধূলা ঝাৰি তুলি কোলে কৰিয়ে" কৃষ্ণক নিচুকাই শান্ত কৰিলে। মাকৰ মৰম পাই কৃষ্ণৰ ভেম বাঢ়িলহে। তেওঁক সেইমাত্ৰ লৱণু লাগেই। ঘৰত আকৌ তেতিয়া লৱণু নাই। কোনোমতে কৃষ্ণক বুজাই শান্ত কৰিব নোৱাৰি গোঁসাইঘৰত পূজাৰ বাবে যোৱা নতুন লৱণুকে যশোদাই কৃষ্ণলৈ আগবঢ়ালে। কৃষ্ণৰ তেতিয়া পৰম আনন্দ—

"লৱণু ভুঞ্জিয়া নাচে ত্ৰিজগত পতি।"

## ভোজন-বেহাৰ :

ভাগৱত পুৰাণৰ নৱম স্কন্ধৰ পৰা লোৱা কাহিনীৰ আধাৰত ৰচিত এইখনি এখন ক্ষুদ্ৰাকৃতিৰ নাট।

কৃষ্ণই এদিন তেওঁৰ গৰখীয়া বন্ধুসবৰ লগত বনভোজৰ আয়োজন কৰিলে। সকলো শিশুৱে দধি অন্ন আদি লৈ আনন্দিত মনেৰে বৃন্দাবনলৈ গমন কৰিলে। যমুনাৰ তীৰৰ পদ্ম গন্ধে ভৰা বতাহ আৰু সুকোমল বালিত বহি তেওঁলোকে নৃত্য-গীত আৰু ধেমালিৰ মাজেদি ভোজন কৰিবলৈ ধৰিলে। পদুমৰ চকাক পাপৰিয়ে বেঢ়ি থকাৰ দৰে চাৰিওফালে গোপ-শিশুৰ মাজত শোভা পালে নন্দসুত কৃষ্ণ। এনেতে ব'ৰাগীৰ বেশধৰি নাৰদ পালেহি। শিশুসৱৰ পৰা প্ৰসাদ খুজি খাই তেওঁ অদ্ভুত মানি উপলব্ধি কৰিলে যে সপ্ত বৈকুণ্ঠ, অনন্ত শয্যা আৰু পাতাল ক'তো বিচাৰি নোহোৱা পূৰ্ণ-ব্ৰহ্ম ভগৱান আছে বৃন্দাবনত গৰখীয়াৰ সংগত। আশ্চৰ্য মানি নাৰদ আঁতৰি গ'ল। তাৰ পিছতে দূৰলৈ আঁতৰি যোৱা গো-বৎস চপাই আনিবৰ বাবে কৃষ্ণও দূৰলৈ গ'ল। কিন্তু উভটি আহি কৃষ্ণই দেখে যে এজনো গোপশিশু আগৰ ঠাইত নাই। তাকে দেখি সাধাৰণ শিশুৰ দৰে,

"অন্ন ভোজন আজু বৰি পৰমাদ ভেল
মোৰ ভায়াসৱ কাহেক গেল।"

বুলি কৃষ্ণই বিলাপ কৰিবলৈ ধৰিলে।

ঝুমুৰাখনিৰ সামৰণি আকস্মিক। ব্ৰাহ্মামোহন ঝুমুৰাখনি ইয়াৰ পৰিপূৰক যেন লাগে।

## মাধৱদেৱৰ নামত প্ৰচলিত ঝুমুৰাসমূহ :

### ভূষণ হৰণ :

এইখনি ঝুমুৰাৰ মূল সম্বন্ধে জনা নাযায়। কালিৰাম মেধিয়ে এইখনিক মাধৱদেৱে ৰচনা কৰা নহয় বুলি মত প্ৰকাশ কৰি মাধৱদেৱৰ বৰগীতৰ আধাৰতে ঝুমুৰাখনি ৰচিত হোৱা বুলি অনুমান কৰিছে।[৪২] কিন্তু এইখনি ঝুমুৰাৰ ভাষা আৰু চৰিত্ৰ-চিত্ৰণ মাধৱদেৱৰ ৰচনাৰীতিৰ লগত সাদৃশ্যযুক্ত।

৪২। 'ষ্টাদিজ ইন্ দ্য বৈষ্ণৱ লিটাৰেচাৰ অৱ আসাম', পৃঃ ১০০

এদিন কদমতলিত লালকাল হৈ থকা কৃষ্ণক যশোদাই দেখা পালে। শ্যাম শৰীৰত সোণৰ অলংকাৰৰ চিক্‌মিকনি দেখি ৰাধাই ভাবিলে যে কোনো তস্কৰে "ওহি মানিক পুতলি শ্ৰীকৃষ্ণ একা দেখিয়ে চোঞ্চা মাৰি অলংকাৰ নেৱব।" আলফুলকৈ অলংকাৰখিনি সোলোকাই লৈ ৰাধাই কৃষ্ণক জগালে আৰু তেওঁৰ ভূষণ কি হ'ল বুলি সুধিলে। উত্তৰ দিব নোৱাৰি কৃষ্ণ নিমাতে ৰ'ল। ৰাধায়ো যশোদাৰ হাতত অলংকাৰ গটাই দি সবিশেষ জনালেগৈ। অলপ পিছতে টেটোন কানায়ো মাকৰ ওচৰ চাপিল। মাকে ভূষণ কি হ'ল বুলি সোধা প্ৰশ্নৰ উত্তৰত তেওঁ জনালে যে এজনী গোপীয়ে তেওঁক কিবা নিচা লগা মিঠাই খুৱাই অচেতন কৰি গাৰ ভূষণ সোপাকে চুৰ কৰি নিলে। গতিকে তেওঁৰ একো দোষ নাই। এইদৰে কৈ থাকোঁতেই ৰাধাক ওচৰতে দেখি ধৰা পৰাৰ আশংকাত কাণুৱে মাকক ক'লে যে এইজনীয়ে সেই গোৱালী, যি, মিঠাই খুৱাই তেওঁক অচেতন কৰিছিল বাধাৰ ইমানেই সাহস যে দিন-দুপৰতে ৰাজপথত চুৰ কৰে, ৰাতি বা আৰু কি কৰে। এয়ে হ'ল কৃষ্ণৰ মনোভাৱ। তেওঁৰ মতে কানাইৰ অলংকাৰ লুকুৱাই থব নোৱাৰি ধৰা পৰাৰ আশংকাতহে ৰাধাই যশোদাৰ হাতত ঘূৰাই দিছে। আগতেও হেনো ৰাধাই তেওঁৰ ভণ্টাগুঁটি চুৰ কৰিছিল। কৃষ্ণৰ এনে মিছা অপবাদৰ প্ৰতিবাদ ৰাধাই নকৰা নহয়, কিন্তু পুত্ৰ-স্নেহত অন্ধ যশোদাৰ কাণত সেইবোৰ নোসোমালে। তেওঁ ঘূৰি ৰাধাকহে কৰ্কথনা কৰি 'দাসীক দাসী ঢাণ্ডি গোৱালী' বুলি খেদি পঠালে। কৃষ্ণ পুনৰ সোমাল মাকৰ বুকুত।

এইখনি ঝুমুৰাত ৰাধাৰ চৰিত্ৰটো মনোমোহা। প্ৰচলিত বিশ্বাসমতে ৰাধা ইয়াত কৃষ্ণৰ প্ৰেয়সী নহয়। ডঃ কাকতিয়ে আঙুলিয়াই দিবৰ দৰে ৰাধা কৃষ্ণৰ সম্পৰ্ক ইয়াত বায়েক আৰু সৰু ভায়েকৰ দৰে মৰম চেনেহ আৰু কন্দলেৰে ভৰা।[৪৩]

৪৩। 'পুৰাণ অসমীয়া সাহিত্য', পৃঃ ৪৯

## ব্ৰহ্মা-মোহন :

ইয়াৰ কাহিনীভাগ অনা হৈছে ভাগৱত পুৰাণৰ পৰা। কৃষ্ণৰ মহিমা পৰীক্ষা কৰিবৰ বাবে এদিন ব্ৰহ্মাই বৃন্দাবনৰ পৰা সমস্ত গোৰক্ষ-দামুৰী হৰণ কৰি নি পৰ্বতৰ গুহাত আৱদ্ধ কৰি থলে। ধ্যান-যোগে এই কথা জানিব পাৰি কৃষ্ণই মায়াৰ বলেৰে পুনৰ ধেনু আৰু গোপশিশু সৃষ্টি কৰি লোৱাত গোকুলৰ জীৱন আগৰ দৰেই চলিবলৈ ধৰিলে। এবছৰৰ মূৰত ব্ৰহ্মাই তেওঁৰ কামৰ প্ৰতিক্ৰিয়া চাবলৈ বৃন্দাবনলৈ অহাত দেখিলে যে আগৰ দৰেই বৃন্দাবনত কৃষ্ণই সবান্ধৱে গৰু চাৰি আছে। অবাক হৈ ব্ৰহ্মাই গুহাত চালেগৈ, তাতো সেই আগতে অপহৰণ কৰি যোৱা গৰু-গৰখীয়া একেদৰেই আছে। পুনৰ বিস্মিত মনেৰে বৃন্দাবনলৈ আহি ব্ৰহ্মাই এইবাৰ সমস্ত গোৰাক্ষ-দামুৰীৰ মাজত বিষ্ণুৰ ৰূপ প্ৰত্যক্ষ কৰিলে। এই অদ্ভুত দৰ্শনত তেওঁ মূৰ্ছিত হৈ বাগৰি পৰিল। জ্ঞান পাই সমুখত কৃষ্ণক দেখি ব্ৰহ্মাই নানা ভাৱে স্তুতি-নতি কৰি তেওঁক পৰীক্ষা কৰাৰ ধৃষ্টতা কৰাৰ বাবে ক্ষমা মাগিলে।

## ৰাস ঝুমুৰা :

ভাগৱত পুৰাণৰ কাহিনী ভাগৰ আধাৰত এইখন ঝুমুৰাই গঢ় লৈ উঠিছে। শংকৰদেৱৰ 'কেলি-গোপাল' নাটৰ কিয়দংশ প্ৰভাৱো ইয়াত দেখা যায়।[৪৪] ঝুমুৰাখনিত শৃংগাৰৰসৰ প্ৰাচুৰ্য্য চকুত পৰে।

কৃষ্ণৰ প্ৰেমিকা ৰাধাই এদিন কৃষ্ণৰ কাষত অধিক প্ৰেমৰ দাবী কৰি পৰমপুৰুষ ভগৱানৰ "স্কন্দ বগাৱল"। পিছত নিজৰ ভুল বুজিব পাৰি ৰাধাই কৈছে যে দেৱাদিদেৱ নাৰায়ণৰ মানৱীৰূপ দেখি মায়াৰে মোহিত হৈ হে তেওঁ তেনে কাম কৰিলে, গতিকে "অধৰ মধুপান দিয়ে হামাক ৰক্ষা কৰহ।" ৰাধাৰ কাকুতি বাণীত কৃষ্ণ সন্তুষ্ট হ'ল আৰু পুনৰ কেলি-কৌতুক আৰম্ভ কৰিলে।

৪৪। 'ষ্টাদিজ ইন্ বৈষ্ণৱ লিটাৰেচাৰ অৱ আসাম', পৃঃ ১০১

গীতেৰে ভৰা এইখনি ঝুমুৰাত সংলাপৰ ভূমিকা কম। ৰাধা আৰু কৃষ্ণৰ বাহিৰে তৃতীয়টি চৰিত্ৰ হ'ল সংগি। সংগিৰ মুখতো মাথোন এটিহে বচন আছে।

## কোটোৰা খেলা :

এইখনি ঝুমুৰাৰ উৎস পম্পৰ্কে জনা নাযায়। কাহিনী ভাগত কৃষ্ণৰ খেমেলীয়া স্বভাৱৰ ছবি এখন ফুটি উঠিছে।

এদিন কৃষ্ণই গোপশিশু সকলেৰে সৈতে খেমালি কৰি থাকোঁতে ৰাধিকা গোৱালীয়ে গোপাল বল্লভ প্ৰসাদ বেচিবলৈ আহিল। তাকে দেখি গৰখীয়া সৱে হেতা-ওপৰা লগালে। কথাৰ উখনা-উখনিত ৰাধিকাই পোহাৰ নমাই যমুনাৰ ঘাটেদি যাবলৈ আগবাঢ়িল। পিছে সেইফালেও বাধা দিলে কানায়ে—দুষ্ট লগৰীয়া সবৰ সৈতে। কানাইক লাগে ঘাটৰ কৰ। সেই ঘাটে নগৈ ৰাধা আহিল মথুৰা ঘাটলৈ। পিছে এইবাৰো গোপশিশু সবে বোলে—

যেহি দি যাইবি ৰাধে সেহিদি কানাইৰ চকি।
দান নেদি যাহ যদি লৈবোঁ সকল সখি॥
ভাণ্ডৰ মধ্যে লৈৱোঁ দান এ পাঞ্চ কাওন।
দণ্ডিয়া মাগন লৈবো হাতেৰে কংকন॥

উপায় নাপাই গোপীসকলে এইবাৰ কংসৰাজত গোচৰ দিয়াৰ ভয় দেখুৱালে। কিন্তু হিতে বিপৰীত হ'ল। গৰখীয়া সৱে বোলে— তোহাৰি কংস ৰাজা হামাৰি কে?" দুষ্ট লৰাজাকৰ উৎপাত সহিব নোৱাৰি গোপীসকলে তেওঁলোকক লৱণু দিবলৈ মান্তি হ'ল কানাইৰ নৃত্যৰ বিনিময়ত। কানায়ে ভুৱণ-ভুলোৱা নৃত্য গীতেৰে ৰং-খেমালি কৰি লৱণু মিঠৈ খাবলৈ ধৰিলে।

এটি ভটিমা আৰু চাৰিটি সুন্দৰ গীতেৰে ঝুমুৰাখনি সমৃদ্ধ। কোনো কোনোৱে ইয়াত সুৰদাসৰ 'দধিদান লীলা আৰু নাৰায়ণ ভট্টৰ 'ব্ৰজ-

ভক্তি-বিলাস'ৰ প্ৰভাৱ দেখা পায়।[8] এইখনি ঝুমুৰাৰ ভাষা-শৈলীৰ কিছুমান বিশেষ ধৰণৰ বাবে সাধাৰণ ত মাধৱদেৱৰ মূল ঝুমুৰা সমূহৰ লগত একে শাৰীতে থোৱা নহয় যদিও শেহতীয়া সমীক্ষাত 'কোটোৰা-খেলাও' মাধৱদেৱৰ স্বৰচিত ঝুমুৰা বুলি সিদ্ধান্ত কৰাৰ সপক্ষে সবল যুক্তি পোৱা গৈছে।[৪৬]

## ধ্যান-বৰ্ণন :

শংকৰদেৱৰ কীৰ্তনপুথিত 'ধ্যান-বৰ্ণন'[৪৭] নামৰ অংশ এটি পোৱা যায়। এইটিৰ ভনিতাত আছে মাধৱদেৱৰ নাম। সাতচল্লিশটি পদেৰে এইটি সংক্ষিপ্ত কবিতা। ভগৱানৰ দৈহিক সৌন্দৰ্যৰ ধ্যানৰ উপায় ইয়াত বিবৃত কৰা হৈছে। বৰ্ণনাৰ ভাষা সজীৱ আৰু আকৰ্ষণীয়।

## সংকলন আৰু সম্পাদনা :

মাধৱদেৱৰ যুগমীয়া এটি কাম হ'ল শংকৰদেৱৰ 'কীৰ্তন-পুথি'খনি ৰামচৰণ ঠাকুৰৰ দ্বাৰা সংগ্ৰহ কৰাই একত্ৰিত কৰাটো। ঠায়ে ঠায়ে সিঁচৰতি হৈ থকা এই খণ্ডবোৰ তেওঁৰ আজ্ঞাতে ৰামচৰণ ঠাকুৰে গোটায় আৰু উপযুক্ত ভাবে সজাই একত্ৰিত কৰে। মাধৱকন্দলিৰ ৰামায়ণখনিতো মাধৱদেৱৰ হাত-বুলনি সুস্পষ্ট। গুৰুৱে সৈতে লগ লাগি আদি আৰু উত্তৰাকাণ্ড ৰচনা কৰাত বাহিৰেও সমগ্ৰ মহাকাব্য-খনিত তেওঁ কেনেদৰে বৈষ্ণৱ-আদৰ্শৰ আঁচুকল বাছিলে সেই সম্পৰ্কে চৰিত-পুথিয়ে বিশদভাৱে জনায়।[৪৮]

---

৪৫। 'মাধৱদেৱ : ব্যক্তিত্ব ঔৰ কৃতিত্ব',

৪৬। নীহাৰৰঞ্জন মজুমদাৰৰ গৱেষণা—গ্ৰন্থ 'ষ্টাডিজ ইন কোৱানটিটেটিভ লিংগুইষ্টিক্‌ছ উইথ এ ব্ৰড চাৰ্ভে অব মডাৰ্ণ আচামীজ লিটাৰেচাৰ"।

ধ্যান-বৰ্ণন :

৪৭। 'কীৰ্তন-ঘোষা', সম্পাদক ড° মহেশ্বৰ নেওগ।

৪৮। 'কথা-গুৰু-চৰিত', পৃঃ ১৫১

## অসমীয়া সাহিত্যত মাধৱদেৱৰ স্থান :

নৱ-বৈষ্ণৱ যুগৰ সোণালী সময়ছোৱাতে শংকৰদেৱ, মাধৱদেৱ আৰু এচাম প্ৰতিভাবান বৈষ্ণৱ কবিৰ বৰঙণিত অসমীয়া স'হিত্য ভৰি উঠিছিল। মাধৱদেৱৰ সাহিত্যিক জীৱন মূলতে গুৰুজনাৰ অনুপ্ৰেৰণাৰে ভৰা আছিল যদিও সামগ্ৰিক ভাৱেই হ'ল প্ৰতিকূল পৰিবেশৰ মাজত কলম হাতত তোলাৰ একক প্ৰচেষ্টাৰ ফল। অতুলনীয় প্ৰতিভাৰ গৰাকী মাধৱদেৱে সাহিত্যৰ যিখন পথাৰতে গুটি সিঁচে—তাতে যেন সোণ ফলিছিল। পাণ্ডিত্য আৰু প্ৰতিভাৰ মিশ্ৰণে তেওঁৰ কলমত দিছিল শংকৰদেৱৰ সমানে মহত্ব। কোনো কোনো ক্ষেত্ৰত এই মহত্বই শংকৰ গুৰুৰ সাহিত্য-প্ৰতিভাকো চেৰ-পেলাই যোৱা যেন লাগে। বিশেষকৈ বৰগীতবোৰৰ মাজত এনে এক অনুপম সৌন্দৰ্যই জিলিকনি তোলে যাৰ তুলনা শংকৰদেৱৰ বৰগীতত পাবলৈ নাই।

শংকৰদেৱৰ ৰচনাসমূহ আছিল শিক্ষিত আৰু অশিক্ষিত উভয় শ্ৰেণীৰ বাবে সমাদৰৰ বস্তু। নিৰক্ষৰ গঞা সমাজে ভাল পাইছিল তেওঁৰ গীত-নাটৰ মানৱীয় আবেদন আৰু কলাসুলভ সৌন্দৰ্য, শিক্ষিত সমাজে অনুভৱ কৰিছিল তেওঁৰ তত্ত্বমূলক ৰচনাৰ মাজত সীমাহীন পাণ্ডিত্যৰ পৰশ। 'নাম-ঘোষাৰ' দৰে উচ্চ-খাপৰ ৰচনাৰ মাজত সকলোৰে বাবেই আছিল বিভিন্ন স্বাদৰ উপাদান। এইখনি পুথি সমগ্ৰ বিশ্বৰে ধৰ্মদৰ্শন সম্পৰ্কীয় যিকোনো শ্ৰেষ্ঠ পুথিৰ লগত একে শাৰীত থোৱাৰ উপযুক্ত। 'নামঘোষাৰ' পাতত অনুদিত শ্লোক আৰু মৌলিক ৰচনাৰ ঘোষাৰ পাৰ্থক্য হেৰাই গৈছে। কবিতা কবিতা লগা সু-কোমল অনুভূতি আৰু ৰহস্যবাদৰ সূক্ষ্ম প্ৰকাশে ঘোষাকেইটিক অভিনৱ মহত্ব প্ৰদান কৰিছে। হয়তো কেৱল 'নামঘোষা' পুথিখনি ৰচনা কৰিলেই অসমীয়া সাহিত্যত মাধৱদেৱৰ নাম অমৰ হৈ থাকিলে-হেঁতেন। মহাপুৰুষজনাৰ অন্য এখনি তত্ত্বমূলক পুথি 'ভক্তি-ৰত্নাৱলী' 'নামঘোষা'ৰ সমান সুন্দৰ নহলেও এইখনিও অন্যদিশত এখনি শ্ৰেষ্ঠ

পুথি। পুথিখনিৰ ঘাই মহত্ব হ'ল ইয়াৰ মূল ৰূপটিৰ সৰ্বভাৰতীয় স্বীকৃতি। মূলৰ ভক্তি সম্পৰ্কীয় জটিল আৰু তত্বগধুৰ আলোচনা-বোৰৰ মাধৱদেৱ যথাসম্ভৱ সৰলভাৱে অনুবাদ কৰিছে। ভক্ত সমাজত 'ভক্তি-ৰত্নাৱলী' পৰম আদৰণীয় পুথি।

ঝুমুৰা আৰু গীতবোৰ মাধৱদেৱৰ মোহণীয় ৰচনা। শংকৰদেৱৰ নাটসমূহৰ তুলনাত ঝুমুৰাবোৰ অৱয়ৱত ক্ষুদ্ৰ যদিও এইবোৰৰ আবেদন বেছি গভীৰ। ঝুমুৰাৰ সাৰ্থক ৰচনা কেৱল মাধৱদেৱৰ হাততহে সম্ভৱ যেন লাগে। শংকৰদেৱৰ আৰ্হিত এচাম নাট্যকাৰে কলম তোলাৰ বিপৰীতে মাধৱদেৱৰ আৰ্হিত ঝুমুৰা ৰচনা কৰোঁতা বৰ বিৰল আছিল। এই ক্ষুদ্ৰ নাটবোৰৰ ঘাই চৰিত্ৰ কৃষ্ণ আৰু যশোদাই তেওঁৰ গীতবোৰত শ্ৰেষ্ঠ আকৰ্ষণৰ সৃষ্টি কৰিছে। চোৰ-চাতুৰি আদি বিবিধ ৰসেৰে সিক্ত বৰগীতবোৰত পৰম পুৰুষৰ মানৱী লীলাৰ যি বিচিত্ৰ ৰূপময় ছবি পোৱা যায় তাৰ একমাত্ৰ তুলনা হয় কবি সুৰদাসৰ শিশুকৃষ্ণৰ লীলাৰ বিষয়ে থকা অপূৰ্ব ভজন কেইটিৰ লগতহে।[৪৯] এই দুজন কবিৰ বাহিৰে অন্যৰ ৰচনাত শিশুকৃষ্ণৰ এনে মনোমোহা ৰূপ সততে চকুত নপৰে। মাধৱদেৱৰ তৃপ্তি আছিল কৃষ্ণ ভগৱানৰ কেৱল শিশুৰূপৰ অংকণত সুৰদাসে কিন্তু কৃষ্ণৰ পিছৰ কালৰ লীলাও তেওঁৰ গীতত বৰ্ণনা কৰিছে। মাধৱদেৱৰ সমগ্ৰ ৰচনাৰ ভিতৰত শিশুকৃষ্ণৰ দীপ্তিময় চৰিত্ৰ ধ্ৰুৱতৰাৰ দৰে জিলিকি আছে। অসমীয়া সাহিত্যত এনে চৰিত্ৰ আৰু দ্বিতীয়টি নাই। মাধৱদেৱৰ নাম ললেই আপোনা-আপুনি মনলৈ আহে তেওঁৰ গীত আৰু ঝুমুৰাৰ মাজত লুকাই থকা দুষ্ট চঞ্চল এধানমানি শিশু কৃষ্ণলৈ।

এজন সংগীত ক'লাৰ অভিজ্ঞ শিল্পী হিচাপে মাধৱদেৱ সচেতন আছিল ভক্ত-শ্ৰোতাসকলৰ ৰুচি আৰু মনস্তত্বৰ প্ৰতিও। বেদান্তৰ জটিল তত্বসমূহো ৰাগ-তাল মানেৰে সজাই তেওঁ এনে আকৰ্ষণীয় ভাৱে

---

৪৯। সুৰদাস, পৃঃ ৭৮

উপস্থাপন কৰিছিল যে এইবোৰে সহজেই সৰ্বসাধাৰণৰ মন জয় কৰিব পাৰিছিল। মাধৱদেৱৰ গীত আৰু ঘোষাই দান কৰা গভীৰ তত্ত্বজ্ঞানৰ বলত নিৰক্ষৰ অজ্ঞ লোকেও নিজৰ অজানিতে লাভ কৰিছিল দুৰূহ শাস্ত্ৰৰ জ্ঞান। আজিও অসমৰ ভিতৰুৱা গ্ৰামাঞ্চলৰ নিৰক্ষৰ লোক এজনৰ মাতে কথাই যি শাস্ত্ৰৰ বচনৰ সময়োপযোগী উদ্ধৃতি শুনা যায়, তাৰ মূলতে আছে মাধৱদেৱৰ অৰিহনা।

---

## অধ্যায়—ঘ

# মাধৱদেৱ ঃ শিল্পী, অভিনেতা আৰু সংগীতজ্ঞ ৰূপে

অসমম সংস্কৃতি জগতত গীতে মাতে খলক লগোৱা নৱ-বৈষ্ণৱ যুগটো আছিল সংস্কৃতিৰ সোণালী যুগ। এই যুগতে অন্যতম অতুলনীয় ব্যক্তিত্বৰ অধিকাৰী মাধৱ পুৰুষ আছিল এক কলাৰসিক ব্যক্তি। তেওঁৰ প্ৰতিভাৰ লগত কলা সুলভ আবেগ-অনুভূতিৰ সু-মিশ্ৰণে ধৰ্মাচাৰ্য্য মাধৱদেৱৰ মাজত অন্য এজন ব্যক্তিক জিলিকাই তোলে। যি জন একাধাৰে শিল্পী, অভিনেতা, আৰু সংগীতজ্ঞ। পুৰনি চৰিত পুথি সমূহৰ সাক্ষ্যদানৰ দ্বাৰা মাধৱদেৱক এতিয়াও প্ৰায় পোহৰলৈ নহা এই নতুন দিশটোৰ সম্পৰ্কে উমান লব পাৰি।

'গোবৰ্ধন-যাত্ৰা'ৰ কৃত্ৰিম পৰ্বত নিৰ্মাণ কৰা, 'ৰাম যাত্ৰা' ত ৰথ, প্ৰতিমা আদি নিৰ্মাণ কৰা নাইবা, 'নৃসিংহ যাত্ৰা'ত সাৰ্থক পৰিবেশ সৃষ্টি কৰা আদি কাৰ্যই মাধৱদেৱৰ শিল্পী সুলভ মনোভাৱ প্ৰকাশ কৰে। তেওঁৰ সবাতোকৈ শ্ৰেষ্ঠ শিল্পকীৰ্তি—হ'ল বৰপেটাৰ ৰঙীয়াল ঘৰ নিৰ্মাণ। চৰিত পুথিত পৰ্বতীয়া কৃষ্ণাই, ৰাম আৰু বিভীষণ নামে কাৰিকৰসকলে এই ঘৰটি নিৰ্মাণ কৰাৰ কথা পোৱা যায়। মাধৱদেৱ প্ৰমুখ্যে ভক্ত সকলে হাতে-কামে ধৰি নিৰ্মাণ কাৰ্য আগবঢ়াই দিছিল। এই ঘৰটি আছিল একালে প্ৰাৰ্থনা গৃহ আৰু আনফালে ভাওনা অভিনয়ৰ বেলিকা ইয়েই হৈ পৰিছিল ৰংগমঞ্চ আৰু প্ৰেক্ষাগৃহ। ৰঙীয়াল ঘৰ, ৰংগাৱন ঘৰ বৰঘৰ আৰু নটুৱা ঘৰ নামেৰে জনাজাত এই ঘৰটি দেখাত আছিল অতিশয় মনোৰম। কাঠ আৰু বাঁহত হেঙুল বোল দি সজা ঘৰটিৰ বিশাল খুটা সমূহ বালিচন্দা আৰু ৰাংপতাৰে সুশোভিত কৰা হৈছিল। চৰিত পুথিত আছে—"তাত কুন্দ্ৰাক্ষৰ জালা দিলে, ৰাঙ্গপতা, ঝালিচন্দা মোৰি এটালে। গোটে গৃহ ৰজত সুৱৰ্ণৰ যেন হ'ল। বিচিত্ৰ ঘৰ হ'ল।

সোণ-ৰূপৰ দৰে জিলিকা ৰঙীয়াল ঘৰটোৰ বাবেই বজা বসুদেৱ মাবায়ণক লগাইছিল বোলে মাধৱদেৱ অতিশয় সম্পদশালী পুৰুষ, তেওঁৰ পৰা কৰ আদায় কৰা উচিত।[১] দৈত্যাৰি ঠাকুৰৰ চৰিত পুথিত পোৱা যায় যে এই গৃহটিৰ প্ৰথম মুকলি কৰা উছৱত মাধৱদেৱৰ 'দধি মথন' আৰু 'ভোজন-বেহাৰ'ৰ ভাওনা মেলা হৈছিল।[২]

বৰপেটা সত্ৰৰ প্ৰচলিত বিশ্বাসমতে যি ঠাইত শংকৰ গুৰুৱে প্ৰিয় শিষ্য মাধৱৰ সহযোগত মথুৰাদাস আদি অন্যান্যসকলৰ দ্বাৰা বৃন্দাবনী বস্ত্ৰ প্ৰস্তুত কৰাইছিল, সেই ঠাইতে পিছত নিৰ্মাণ কৰোৱা হয় এই ৰঙীয়াল ঘৰ।[৩] বৃন্দাবনী বস্ত্ৰ হ'ল কৃষ্ণৰ সমস্ত লীলা বিচিত্ৰ বৰ্ণেৰে বৈ চিত্ৰিত কৰা এখণ্ড বস্ত্ৰ। শংকৰদেৱ আৰু মাধৱদেৱ উভয়েই তাঁতিকুছিলৈ নিতৌ অহা-যোৱা কৰি তাঁতিসকলৰ আগত থাকি দিহা দি বৃন্দাবনী-লীলাসমূহ কাপোৰত ফুলামকৈ তোলাইছিল। লগে লগে ব্যাখ্যাসূচক টোকাসমূহো গোট গোট আখৰেৰে বৈ উলিওৱা হৈছিল।[৪] মাধৱদেৱে তত্ত্বাৱধান লৈছিল 'ভোজন-বেহাৰ' অংশৰ বোৱনত। বৃন্দাবনী বস্ত্ৰখনি প্ৰস্তুত কৰা হৈছিল মহাৰাজ নৰনাৰায়ণৰ অনুৰোধত। এইখনিৰ দীঘ আৰু প্ৰস্থ আছিল ক্ৰমে ১২০ হাত আৰু ৪০ হাত।[৫] বৰপেটাৰ কীৰ্তন ঘৰটিও বৃন্দাবনী বস্ত্ৰৰ জোখতে সাজিবলৈ চেষ্টা কৰা হৈছিল। বৰ্তমান ইয়াৰ দৈৰ্ঘ ১৩০ হাত আৰু প্ৰস্থ ৪৪ হাত।[৬]

## মাধৱদেৱৰ অনুপ্ৰেৰণাত ৰচিত নৃত্যসমূহ :

শংকৰদেৱ আৰু মাধৱদেৱৰ নাট-ঝুমুৰাসমূহে যি বিধ নৃত্যকলাৰ জন্ম দিছিল—তাক আজিকালি বোলা হয় সত্ৰীয়া নৃত্য। শংকৰীয়

১। কথা গুৰু-চৰিত, পৃষ্ঠা ৪৫১-৪৫২
২। পদ নং ২৯০, বৰদোৱা-চৰিত, ৩৭তম অধ্যায়
৩। বৰপেটা সত্ৰৰ ইতিহাস, পৃঃ ৪৩
৪। কথা-গুৰু-চৰিত, পৃঃ ২৬৮
৫। বৰপেটা-সত্ৰৰ ইতিহাস পৃঃ ৪৩
৬। " " "

নাটসমূহ নৃত্য-গীতেৰে ভৰপুৰ, এইবোৰৰ প্ৰতিটো চৰিত্ৰই পদাৰ্পণ কৰে নৃত্যৰ ছন্দত। চৰিত্ৰ ভেদে খোজৰ চেও হয় বেলেগ বেলেগ। সেইবাবে যাইকৈ তিনিটি বিশিষ্ট নৃত্যৰ ধাৰা এই নাটসমূহৰ পৰা নিগৰি ওলাইছে। সেইকেইটি হ'ল: সূত্ৰ-ভংগি, কৃষ্ণ-ভংগি আৰু গোপী ভংগি।[৭] কেইটিমান বিশেষ নৃত্যৰ উৎপত্তিত মাধৱদেৱৰ প্ৰত্যক্ষ বা পৰোক্ষ প্ৰভাৱ থকা বুলি ভৰা হয়। সেই কেইটিৰ বিষয়ে চমু আলোচনা আগবঢ়োৱা হ'ল।

ঝুমুৰা নাচ—কমলাবাৰী সত্ৰৰ ঝুমুৰা নাচত কোমল বয়সৰ ল'ৰা ভকত সকলে অংশ গ্ৰহণ কৰে। মাধৱদেৱৰ ঝুমুৰাসমূহৰ পৰাই এইবিধ নৃত্যৰ উৎপত্তি হোৱা বুলি ভৰা হয়। মাধৱদেৱৰ নামত প্ৰচলিত 'ৰাস-ঝুমুৰা'ৰ পাঁচোটি গীতৰ প্ৰয়োগ সাধাৰণতে দেখা গলেও কেতিয়াবা ইয়াত গোপীৰ মনোভাৱ সূচক অন্য গীতিকাৰৰ গীতেও ঠাই পায়। নৰ্তক সকলৰ পৰিধানত থাকে বহল ঘূৰি, ফুলতোলা চোলা আৰু মূৰত বগা পাগুৰি। দেখাত এওঁলোকক পুৰুষৰ দৰেও নালাগে, নাৰীৰ দৰেও নালাগে। ৰাস-মণ্ডলৰ পৰা কৃষ্ণৰ আকস্মিক অন্তৰ্ধানত বিৰহ-কাতৰা গোপীসকলে যি দৰে বাহ্যজ্ঞান শূন্যা হৈ কৃষ্ণ লীলাৰ অভিনয় পাতিছিল, তাকে এই নৃত্যত প্ৰকাশ কৰা হয় বুলি ভৰা হয়।

ঝুমুৰা নাচ দুই অংশত বিভক্ত, ৰামদানী আৰু গা-নাচ। ইয়াত অভিনয় নাই, কেৱল নৃত্ত হস্তৰ প্ৰয়োগ আছে। ইয়াত কেৱল যতি তালৰ ব্যৱহাৰ দেখা যায়।[৮]

বেহাৰ নাচ—মাধৱদেৱৰ 'ভোজন-বেহাৰ' ঝুমুৰাখনিৰ পৰা এই নাচৰ উৎপত্তি হোৱা বুলি ভৰা হয়। ৰামদানী আৰু গীতৰ-নাচ, এই দুই অংশত এই নৃত্যটি বিভক্ত। চুতস তালত ৰামদানী অংশ

৭। 'শংকৰদেৱ এণ্ড হিজ টাইমছ', পৃঃ ২৯৪

৮। ভূমিকা, 'সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল'

পৰিবেশন কৰা হয় আৰু গীতৰ মাচত ব্যৱহৃত হয় ৰক্ত তাল নাইবা পৰিতাল। কেতিয়াবা অৱশ্যে ইয়াৰ ব্যতিক্ৰমো নোহোৱা নহয়। পচিশৰ পৰা ত্ৰিশজনলৈকে ল'ৰাই কৃষ্ণৰ দৰে সাজপাৰ কৰি একেলগে নৃত্য কৰে। লগত থাকে কৃষ্ণৰ বৃন্দাবনত গো-চাৰণ বিষয়ক গীত। ৰামচৰণ ঠাকুৰৰ চৰিত পুথিত ভোজন-বেহাৰ ঝুমুৰাত কৃষ্ণই হাতত বাঁহী লৈ কৰা নৃত্যৰ বিৱৰণ আছে। ইয়াত কৃষ্ণই পৰিধান কৰিছিল পীত বসন আৰু বলোৰামে পিন্ধিছিল নীল বসন। বেহাৰ নাচটি বিশেষ বিশেষ উপলক্ষ্যতহে প্ৰদৰ্শন কৰা হয়।

**চালি নাচ**—ময়ুৰ চৰায়ে পেখম মেলা বা চালি ধৰাৰ লগত এই নৃত্যৰ অন্তৰ্নিহিত তাৎপৰ্য্য আছে বুলি ভবা হয়। বাৰিষা আহিলে ময়ুৰে মনৰ আনন্দত চালি নৃত্য কৰে। সেইদৰে ভগৱানৰ আধ্যাত্মিক সান্নিধ্যতো ভক্তৰ মন আনন্দানুভূতিৰে ভৰি উঠে। মেঘ আৰু ময়ুৰৰ সম্পৰ্কই যেন ভক্ত আৰু ভগৱানৰো সম্পৰ্ক। 'হৰিবংশ'ৰ মতে নাৰদে বৈকুণ্ঠত চালি নৃত্য প্ৰদৰ্শন কৰিছিল। স্বয়ং কৃষ্ণই বৃন্দাবনত এই নৃত্য প্ৰদৰ্শন কৰিছিল বুলিও এটা বিশ্বাস প্ৰচলিত আছে। সাৰংগৰ সংগীত দামোদৰ আৰু মণিপুৰৰ ৰজা ভাগ্যচন্দ্ৰৰ 'গোবিন্দ লীলা-বিলাস'তো চালি নৃত্যৰ বিৱৰণ পোৱা যায়। কিশোৰ বয়সৰ ল'ৰাই নাৰীৰ সাজ-পাৰ পিন্ধি এই নৃত্যত অংশ গ্ৰহণ কৰে। তেওঁলোকৰ মূৰৰ ওপৰত চূড়াৰ আকাৰত কেশ-বিন্যাস কৰি ময়ুৰৰ জঁৰ দৰে কৰা হয়। এখন বগা ওৰণীৰে মূৰৰ পৰা ভিডিলৈকে পিছফালে আৱৰি ঠুটবিৰ তলত গাঁঠি দি মুখখন মুকলিকৈ ৰখা হয়। তেওঁলোকৰ পৰিধানত থাকে বগা ঘূৰি, জকমকীয়া গুণাৰ ফুল তোলা ক'লা চোলা আৰু কঁকালত থাকে টঙালি। ভিডিত ফুলৰ মালা আৰু ভৰিত নুপুৰে তেওঁলোকৰ শোভা চৰায়। কেতিয়াবা কাঠৰ কৃত্ৰিম বক্ষও ব্যৱহাৰ কৰা হয়। শংকৰ-মাধৱ দুয়োজনৰ গীতেই এই নৃত্যত ব্যৱহৃত হোৱা দেখা যায়। মাধৱদেৱৰ শিষ্য পৰম্পৰাতাই চালি নৃত্যটি বৰপেটাৰ পৰা উজনি অসমলৈ আনয়ন কৰে।

সত্ৰ সমূহত চালি নাচৰ আঠোটি প্ৰকাৰ আছে বুলি কোৱা হয়। এই প্ৰকাৰভেদ হয় যাইকৈ ৰামদানী অংশৰ তালৰ প্ৰয়োগৰ ভিন্নতাৰ বাবে। গা-নাচত কেৱল একতালি আৰু পৰিতালৰ ব্যৱহাৰ হয়। নাৰীৰ মনোভাৱসূচক বৰগীত আৰু অংকৰ গীত এই নৃত্যৰ লগত পৰিবেশন কৰা হয়। ইয়াৰ ৰামদানী অংশ চাৰিভাগত বিভক্ত বৰ, সৰু, কলাকটীয়া আৰু হাজোৱলীয়া। চালি নাচকে কেতিয়াবা নতুৱা নাচো বোলা হয়।[৯] ড° মহেশ্বৰ নেওঁগে মত প্ৰকাশ কৰিছে যে ভৰতৰ নাট্যশাস্ত্ৰত থকা চৰণ, পদ, উৰু আৰু নিতম্বৰ বিশেষ সঞ্চালন বুজোৱা পদ-চাৰিকা, চাৰি বা চাৰী শব্দৰ পৰাই 'চালি' শব্দটিৰ উৎপত্তি হৈছে।[১০]

**বৰ-প্ৰৱেশৰ নাচ :** কৃষ্ণই বৃন্দাবনত গো-চাৰণ কৰি গধূলি ৰং-ধেমালি কৰি বৃন্দাবনলৈ ঘূৰি অহা ছবি এখন ইয়াত পোৱা যায়। পঁচিশ-ত্ৰিশজন নটুৱাই কৃষ্ণৰ সাজ পৰিধান কৰি ইয়াত অংশ গ্ৰহণ কৰে। সাধাৰণতে মাধৱদেৱৰ মৃত্যু তিথিত এই নৃত্য অনুষ্ঠিত হয়।[১১]

**নাডু ভংগি :** তিনিযোৰা গোপ-গোপীৰ নৃত্যৰ দ্বাৰা নাডু ভংগি প্ৰদৰ্শন কৰা হয়। 'ৰাস ঝুমুৰা'ৰ গীতৰ লগতে দুই এটি বৰগীতেৰে (যেনে "সখী হে চলে কানু বৃন্দাবনে" আৰু 'আৰে সখী পেখু মদন গোপালা) নৃত্যটি সংগত কৰা হয়। ৰামদানি আৰু গা-নাচ এই দুই অংশত বিভক্ত নৃত্যটিত অভিনয় নাই, কেৱল নৃত্ত হস্তহে আছে। ঝুমুৰা নাচৰ লগত ইয়াৰ পাৰ্থক্য এয়ে যে এই নৃত্যত বিভিন্ন তালৰ প্ৰয়োগ কৰিব পাৰি।[১২]

---

৯। ভূমিকা, 'সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল'

১০। চালি নৃত্য সম্পৰ্কীয় টোকাটি যুগুত কৰা হৈছে যাইকৈ নতুন কমলাবাৰী সত্ৰৰ অধিকাৰ শ্ৰীনাৰায়ণচন্দ্ৰ গোস্বামীদেৱৰ পৰা।

১১। ভূমিকা, 'সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল'

১২। ভূমিকা, 'সত্ৰীয়া নৃত্য আৰু সত্ৰীয়া নৃত্যৰ তাল'

**সংগীতজ্ঞ মাধৱদেৱ :**

শ্ৰীমন্ত শংকৰৰ দৰে তেওঁৰ ঘাই সহযোগী মাধৱদেৱো আছিল সৰ্বগুণী পুৰুষ আৰু বহুমুখী প্ৰতিভাৰ আকৰ। তদুপৰি তেওঁৰ আছিল গুৰুজনাতকৈ অতিৰিক্ত এটি প্ৰতিভা—সুৰীয়া কণ্ঠস্বৰেৰে ঠাইতে ৰচি গীত গোৱাৰ এটি ক্ষমতা। পুৰণি চৰিত পুথিবোৰত মাধৱদেৱৰ এই প্ৰতিভাৰ কথা ভালেমান ঠাইত উল্লেখ কৰা হৈছে। তেওঁ আছিল একাধাৰে গীতিকাৰ, সুৰকাৰ আৰু গায়ক। নৱবৈষ্ণৱ ধৰ্মৰ প্ৰচাৰ আৰু প্ৰসাৰত দুয়োজনা মহাপুৰুষৰ দ্বাৰা ৰচিত গীতসমূহে বিশেষ ভাৱে সহায় কৰিছিল। মানুহৰ মুখে মুখে দূৰ-দূৰণিলৈ বিয়পি পৰা সেই গীতৰ সূত্ৰ ধৰি একাধিক বিশিষ্ট ব্যক্তিয়ে বৈষ্ণৱ ধৰ্মত শৰণ লৈছিলহি। গীতসমূহৰ এনে জনপ্ৰিয়তাৰ অন্যতম এক প্ৰধান কাৰণ আছিল মাধৱদেৱৰ ৰচনাৰ সৰলতা আৰু তেওঁৰ সুৰীয়া কণ্ঠত প্ৰকাশ পোৱা সেইবোৰৰ অনুপম আকৰ্ষণ। তেওঁৰ কণ্ঠস্বৰৰ মোহিনী শক্তি হেনো ইমানেই প্ৰবল আছিল যে যেতিয়া তেওঁ গোবৰ্দ্ধন যাত্ৰা পাতি মেঘ মণ্ডলি ৰাগ দিছিল, তেতিয়া আকাশ ক'লা কৰি মেঘ আৰু বৰষুণ নামি আহিছিল।[১৩] তেওঁৰ গীতৰ আবেদনে শ্ৰোতাৰ অন্তৰ কপাঁই চকুৰ পানী উলিয়াইছিল। সেয়েহে ভালেমান ঠাইত তেওঁক গন্ধৰ্ব অৱতাৰ আখ্যা দিয়া হৈছে।[১৪]

মাধৱদেৱৰ বৰগীতবোৰ আছিল দুখীসকলৰ সান্ত্বনাৰ উৎস আৰু বিৰক্তসকলৰ প্ৰবোধৰ আহিলা। বিভিন্ন সময়ত বিভিন্ন পৰিবেশত গীত ৰচনা কৰি তেওঁ সংগীসকলক মুগ্ধ আৰু বিস্ময়াভিভূত কৰিছিল। অনুৰোধ কৰাৰ লগে লগে অথবা পৰিস্থিতিয়ে দাবী কৰাৰ লগে লগে গীত ৰচনা কৰি যোৱাৰ এক বিৰল প্ৰতিভা তেওঁৰ আছিল। তীৰ্থযাত্ৰাৰ

---

১৩। 'কথা-গুৰু-চৰিত, পৃঃ ৫৪৯

১৪। নেওগ, 'ভক্তি চাইকোল অব আচামিজ বৈষ্ণৱ লিৰিক্‌ছ', জাৰ্নেল অব গুৱাহাটী ইউনিভাৰ্চিটি, ১৯৫০

সময়খিনিত প্ৰায়ে তেওঁ গুৰুজনাৰ অনুৰোধত বিভিন্ন উপলক্ষ্যত গীত ৰচনা কৰি তাত সুৰ-তাল সংযোগ কৰি গাই গুৰুজনাক সন্তোষ দিছিল। তেওঁৰ কেইবাটিও বৰগীতৰ ৰচনাৰ আঁৰত একোটি বিশেষ কাৰণ থকা বুলি চৰিত পুথিয়ে সকিয়াই দিয়ে। 'কেমনে পাইবো হৰি চৰণ তোৰে' গীতটি ৰচনা কৰা হৈছিল ঘাঘৰি মাঝিৰ ঘৰত। তেওঁৰ উপকাৰী মিত্ৰ ঘাঘৰি মাঝিৰ ঘৰলৈ বহুবছৰৰ বিৰতিৰ পিছত সংগীসকলৰে সৈতে গৈ মাধৱদেৱ বিপদত পৰিবলগা হৈছিল। কাৰণ হাবিতলীয়া ঠাইত থকা মাঝিয়ে আত্মৰক্ষাৰ বাবে থোৱা জাল, যাঠি আদি অস্ত্ৰ-শস্ত্ৰবোৰ দেখি ভকতসকলে তেওঁক প্ৰাণী হত্যাকাৰী ব্যাধ বুলি সন্দেহ কৰি তেওঁৰ ঘৰত অন্নস্পৰ্শ নকৰা হ'ল। তেতিয়া মাধৱদেৱে ৰচনা কৰিলে এই গীতটি, যিটিৰ তাৎপৰ্য হ'ল—সংসাৰ অৰণ্যত মানুহ নিজেই মৃগৰ দৰে অসহায়। কাম-ক্ৰোধৰ চিকাৰি কুকুৰৰ সহায়ত কাল-ব্যাধে মানুহক অহৰ্নিশে খেদিবই লাগিছে। এই অসহায় অৱস্থাত তুচ্ছ কথালৈ ব্যস্ত নহবলৈ তেওঁ গীতেৰে দিয়া পৰোক্ষ উপদেশে ভকতসকলক সংশয় মুক্ত কৰিলে। অন্য এটি গীত 'ভয়ো ভাই সাৱধান' ৰচনাৰ আঁৰত এটি কৰুণ পৰিৱেশ আছিল হৰি-জোঁৱাইৰ শিৰশ্ছেদৰ মুহূৰ্ত। ৰাজৰোষত পৰা হৰি জোঁৱাইৰ অন্তিম সময়ত এই গীতেৰে তেওঁ সংসাৰৰ অনিত্যতা ব্যক্ত কৰি মৃত্যুপথ যাত্ৰীক সাহস যোগাইছিল। সেইদৰে 'আলো মঞি কি কহব দুখ, পৰাণ নিগৰে নাদেখিয়া চান্দ মুখ' গীতটিও শংকৰদেৱৰ মৃত্যু বাতৰি পাই ৰচনা কৰা বুলি বিশ্বাস কৰা হয়।[১৫] জনমানসত প্ৰতিফলিত হোৱা এই বিশ্বাসবোৰ যে ধ্ৰুৱ সত্য সেই কথা কব নোৱাৰিলেও চৰিতপুথিত থকা ইয়াৰ ইংগিতে গীতিকাৰ গায়ক-মাধৱদেৱৰ ওপৰত থকা চৰিতকাৰৰ অগাধ শ্ৰদ্ধাৰ কথাকে সূচায়।

---

১৫। ড° মহেন্দ্ৰ বৰাই এই গীতটিক তেওঁৰ 'সাহিত্য-উপক্ৰমণিকা' গ্ৰন্থত প্ৰথম অসমীয়া শোক-কবিতাৰ আসন দিছে।

মাধৱদেৱৰ বৰগীতবোৰ সৰলতা আৰু কোমলতাৰ অপূৰ্ব সংমিশ্ৰণ। বেদান্তৰ দুৰূহ তত্ত্ব একোটিও তেওঁৰ গীতত সাধাৰণ শ্ৰোতাৰ বাবে বোধগম্য হৈ ধৰা দিয়ে। মানৱশিশুৰ ছল চাতুৰিৰে ভগৱান কৃষ্ণৰ শিশুৰূপৰ মনোমোহা চিত্ৰণ আৰু মৰমী মাতৃ-যশোদাৰ চেনেহৰ বিচিত্ৰ প্ৰকাশে এই গীতবোৰক অতুলনীয় সৌন্দৰ্য দান কৰিছে। সুসংগীতজ্ঞ মাধৱদেৱে তেওঁৰ গীতসমূহত প্ৰায় ৩০টা ৰাগৰ সংযোগ ঘটোৱা দেখা গৈছে। সেই ৰাগকেইটি হ'ল—অহীৰ, আশোৱাৰী, বৰাড়ী, ভাটিয়ালি, ধনশ্ৰী, কৌ কল্যাণ সিন্ধুৰা, কেদাৰ ললিত, মাহুৰ, মাহুৰ ধনশ্ৰী, শ্ৰী, শ্ৰী গান্ধাৰ, শ্ৰী গৌৰী, সুহাই, শ্যাম, গৌড়, কল্যাণ, কামোদ, কানাড়া, কৌ, মল্লাৰ, নাট, নাট-মল্লাৰ, ৰামগিৰি, সিন্ধুৰা, শ্যামগড়া, তুৰ ভাটিয়ালি, তুৰ বসন্ত, বেলোৱাৰ। শংকৰদেৱৰ গীতত ব্যৱহৃত ৰাগসমূহৰ পৰ্যালোচনা কৰিলে দেখা যায় যে শ্যামগড়া, বৰাড়ী কামোদ আৰু ললিত এই চাৰিটা ৰাগ মাধৱদেৱৰ দৰে তেওঁ ব্যৱহাৰ কৰা নাই। আনফালেদি শংকৰদেৱৰ দ্বাৰা ব্যৱহৃত তুৰ, ভূপালী, পূৰবী আৰু সাৰেং ৰাগ মাধৱদেৱৰ গীতত পাবলৈ নাই। দুয়োজনা সংগীতজ্ঞই ব্যৱহাৰ কৰা ৰাগসমূহৰ ভিতৰত কৌ ৰাগৰ উল্লেখ সংগীত শাস্ত্ৰত পাবলৈ নাই।

অসমৰ বৈষ্ণৱ সংগীতত ৰাগিনীৰ ব্যৱহাৰ নাই। তালৰ এই ক্ষেত্ৰত এক গুৰুত্বপূৰ্ণ ভূমিকা আছে। শংকৰ মাধৱৰ অংকৰ গীত-সমূহত এইকেইটি তালৰ ব্যৱহাৰ দেখা যায়,—একতালি, ধৰমান, চুটিকলা, চুট, যতিমান, দোমানি, বিষম, পৰিতাল, ৰূপক আৰু চোক। (অন্যহাতেদি মাথজ্যোতি, কল্যাণ আৰু ধৰমযতিৰ নামো পোৱা হয়।) মাধৱদেৱৰ গীতত মাথজ্যোতি ব্যৱহাৰ হোৱা নাই, আনহাতে শংকৰদেৱে ব্যৱহাৰ কৰা নাই মাধৱদেৱৰ গীতত থকা একতালি আৰু থাকতাল।

মাধৱদেৱৰ ঝুমুৰাত থকা গীত আৰু ৰাগৰ সংখ্যা এনে ধৰণৰ—

(১) অৰ্জুন ভঞ্জন—সিন্ধুৰা, বৰাড়ী, গৌৰী, কামোদ,

বেলোৱাৰ, তুৰ আৰু কল্যাণ, এই আঠোটি ৰাগৰ প্ৰত্যেকৰে একোটিকৈ গীত এই নাটত আছে।

(২) চোৰ-ধৰা—ইয়াত আছে বসন্ত, বেলোৱাৰ, বৰাড়ী ৰাগৰ এটিকে আৰু আশোৱাৰী ৰাগৰ দুটি, মুঠ ছয়টি গীত।

(৩) পিম্পৰা গুচোৱা—শ্ৰীগান্ধাৰ, শ্ৰী আৰু ভাটিয়ালি ৰাগৰ মুঠ তিনিটি গীত এই ঝুমুৰাত পোৱা যায়।

(৪) ভূমি-লেটোৱা—আশোৱাৰী, ভাটিয়ালি আৰু শ্যাম ৰাগৰ একোটিকৈ আৰু শ্ৰী ৰাগৰ দুটি গীত ইয়াত পোৱা যায়।

(৫) ভোজন-বেহাৰ—এইখনি ঝুমুৰাত সিন্ধুৰা, বসন্ত আৰু শ্ৰীৰাগৰ একোটিকে গীত পোৱা যায়।

## তিনিখন নাট অভিনয়ৰ বিৱৰণ :

**ৰাম ভাওনা**—পুৰণি চৰিত-পুথিত এই অভিনয় উৎসৱৰ বিস্তৃত বিৱৰণ পোৱা যায়। এইখনি ঝুমুৰাক যাত্ৰা আখ্যাও দিয়া হৈছিল।[১৬] তাঁতিকুছিৰ ৰাইজৰ উৎসাহ আৰু সহায়-সহযোগত এই নাট অনুষ্ঠিত কৰা হৈছিল। ই আছিল এক আড়ম্বৰপূৰ্ণ অনুষ্ঠান। মাধৱদেৱৰ নিৰ্দেশত সুন্দৰা নটুৱাই সাজি উলিয়াইছিল ৰাম, সীতা, হনুমান, বিভীষণ আদিৰ মূৰ্তি। এখন সুসজ্জিত ৰথত প্ৰতিমাসমূহ স্থাপন কৰা হৈছিল। দৈত্যাৰি ঠাকুৰৰ চৰিত পুথিৰ মতে—

ৰামৰ সীতাৰ মূৰ্ত্তি ৰথত তুলিলা।
দণ্ড ছত্ৰ চামৰ চিৰল তুলি দিলা॥
হৰিধ্বনি কৰি ৰথ বাজ কৰিলন্ত।
হনুমন্ত বিভীষণ ৰথতে আছন্ত॥

ৰামৰ জন্মৰ পৰা প্ৰয়াণলৈকে সমগ্ৰ জীৱনৰ বিস্তৃত কাহিনী এইখনি সুদীৰ্ঘ নাটত সামৰা হৈছিল। গীত-বচন লেখি আৰু মুখা প্ৰস্তুত

১৬। দৈত্যাৰি ঠাকুৰৰ চৰিত পুথি, পদ নং ১২৯৭

কবি মাধৱদেৱে ভাগে ভাগে ভাও ভগাই দিছিল। 'কথা-গুৰু-চৰিত'ৰ মতে[১৭] ঠাকুৰ আতা, পৰমানন্দ, ৰামাই, ৰামচৰণ, বলাই আৰু হৰিবল্লভে যথাক্রমে দশৰথ, ৰাম, লক্ষ্মণ, ভৰত, শত্রুঘ্ন আৰু সীতাৰ ভাও দিছিল। অন্যান্য ভূমিকাত আছিল বুঢ়াআতা, গোপাল আতা, শ্ৰীৰাম, হৰিগুৰু, হৰিগুৰু, পয়োনিধি আদি ভক্তসকল। এইখনি আছিল অতিশয় সফল এখন ভাওনা। পাঁচৰাতি বা সাতৰাতি[১৮] অভিনয়ৰ দ্বাৰাহে নাটখনি সম্পূৰ্ণভাৱে উপস্থাপিত হৈছিল। দেশ-দেশান্তৰ ভাগি অহা দর্শকে নাটখনি চাই বা মানুহৰ ভিৰত ৰ'ব নোৱাৰি কেৱল ৰথ আৰু প্রতিমাকে চাই বিস্ময় আৰু আনন্দ লাভ কৰিছিল।[১৯] এই বিপুল আয়তনৰ নাটখনিৰ কিন্তু কোনো পাণ্ডুলিপি বৰ্তমান নাই। চৰিতৰ মতে মাধৱদেৱে নিজেই "ই ভাও পিছলৈ কোনে গাব বাব কৰিব" বুলি নাটখনি নষ্ট কৰি পেলালে। ভকতৰ মুখত মাথোন বৈ গ'ল দুটি গীত। সেই কেইটি হ'ল "জয় জয় ৰাম ৰঘুকুল পংকজ" আৰু "দেখুৰে নয়ন ভৰি লোই/পৰমপুৰুষ ৰাম ৰাজা হোই।"

## নৃসিংহ-যাত্রা :

এইখনি যাত্রাৰ অভিনয়ৰ মূলতে আছিল মাধৱদেৱৰ প্রিয় শিষ্য বিষ্ণুআতাৰ অভিপ্ৰায়। মালচা নামে ঠাইত সত্র পাতি বিষ্ণু আতাই গুৰুজনাৰ আজ্ঞাৰে ধৰ্মপ্ৰচাৰ কৰিছিল। পিচে সমস্যা হ'ল, সেই ঠাইত হোজা গঞা ৰাইজে গুৰু বুলি বিষ্ণু আতাকহে মানে, শংকৰ-দেৱৰ—মাধৱদেৱৰ কথা জানিবলৈ বা শুনিবলৈ কোনো আগ্রহেই প্রকাশ নকৰে। ফলত গুৰুভাৰ বব নোৱাৰি আতাই মাধৱদেৱক

১৭। পৃঃ ৫১৯

১৮। 'কথা-গুৰু-চৰিত' পৃঃ ৫২০ ; দৈত্যাৰি ঠাকুৰ, পদ সং ১২৯৯

১৯। দৈত্যাৰি ঠাকুৰ, পদ সং ১৩০২

সবিশেষ জনালেহি। মাধৱদেৱে পৰামৰ্শ দিলে যে মালচাত নৃসিংহ যাত্ৰা ভাওনা মেলিব লাগে। সেইমতে ঠাকুৰ আতাক লগত লৈ বিষ্ণু আতাই ছোঁ সাজি অভিনয়ৰ প্ৰস্তুতি কৰিলে। নিৰ্দিষ্ট দিনত মাধৱদেৱ গৈ মালচাত উপস্থিত হ'ল। অসংখ্য প্ৰজাৰ উপস্থিতিত গুৰুজনাই এইবাৰ ছোঁ সজা বেয়া হোৱা বুলি বিষ্ণু আতাক ছল কৰি কৰ্কৰ্থনা কৰিবলৈ ধৰিলে। আতা আগত আঠু লৈ থাকিল। তেতিয়া "লোক বায়তে দেখি বোলে আতাৰো গুৰু এবাহে।" তাৰ পিছত যাত্ৰা আৰম্ভ হ'ল। মাধৱদেৱে ললে নৃ-সিংহৰ ভাওঁ, হিৰাদলৈ হ'ল হিৰণাক্ষ্য। হিৰণাক্ষ্যৰূপী হিৰাদলৈৰ বুকুচোলাৰ ভিতৰত পুৰৈ গুটিব ৰসেৰে বোলাই কিছুমান পাগুৰিব দীঘল কাপোৰৰ পটি ভৰাই থোৱা হৈছিল। নৃসিংহই হিৰণ্যাক্ষ বধ কৰাৰ সময়ত হিৰাদলৈক উৰুত চিট কৈ পেলাই পেট ফালি তেজলগা নাড়ী-ভুৰুসমূহ মুৰত মেৰালে, অৰ্থাৎ চোলাটো ফালি কাপোৰসমূহ মেৰিয়াই ললে— "প্ৰজা গিৰিসাই ভাগিল, বোলে মহাজনে মানুহ মাইলে।" পিছত "ঠাকুৰ আতাহে উভটাই আনিছে, ভাওহে, ভয় নেখাবি বুলি।" এই কথাৰ পৰাই বুজিব পাৰি নৃসিংহ যাত্ৰাৰ অভিনয় কেনে জীৱন্ত আছিল। এই প্ৰসংগতে আৰু এটি আমোদজনক কথা আছি পৰে। নৃসিংহৰূপী মাধৱদেৱে দৈত্যসেনাৰ ভাও লোৱা সবক অভিনয়ৰ মাজত ঢকা, ভুকু, কিল সোধোৰাত গোবিন্দ বোলা এজনৰ কপাল ঔ টেঙা টোৰ সমান হৈ ফুলি উঠিল। পিছত জামৰিলেও ব'লগৈ তামোলটোৰ সমান। এওঁ সেইবাবে লাটিমা গোবিন্দ নামেৰেই খ্যাত হ'ল। লাটিমা গোবিন্দৰ 'সৌভাগ্য' দেখি বাকী সকলেও তেনে 'প্ৰসাদ' পাবলৈ কামনা কৰাত মাধৱদেৱে বোলে "সি ভাও, এতিয়া মাইলৈ অপৰাধ হয়।"

## গোবৰ্ধন-যাত্ৰা :

'গোবৰ্ধন-যাত্ৰা' প্ৰকৃততে অংক নে উৎসৱ আছিল সেইটোৱেই তৰ্কৰ বিষয়। 'যাত্ৰা' শব্দটোৰ প্ৰয়োগৰ বাবে কালিৰাম মেধিয়ে

এইখনিক মাধৱদেৱৰ মূল নাটসমূহৰ লগতে স্থাপন কৰিবলৈ বিচাৰিছে।[২০] পিছে পাণ্ডুলিপি নোপোৱাৰ বাবে এনে সিদ্ধান্তলৈ নিশ্চিতভাৱে আহিব নোৱাৰি। 'কথা-গুৰু-চৰিত' পুথিয়ে 'গোবৰ্ধন-যাত্ৰা'ৰ বিস্তৃত বিৱৰণ দিছে যদিও গোঁসাইৰ ভূমিকা লোৱা কৃষ্ণ পণ্ডিতৰ বাহিৰে অন্য ভাৱৰীয়াৰ নামোল্লেখ কৰা নাই। কৃত্ৰিম পৰ্বত নিৰ্মাণ কৰা আৰু তাত জখলাৰে বগাই উঠাৰ কথা পুথিত পোৱা যায়। প্ৰবাদ আছে যে এবাৰ বৰষুণ নোহোৱা খৰ বতৰে দেশত অনাটনৰ সৃষ্টি কৰাত মাধৱদেৱে গোবৰ্ধন-যাত্ৰা কৰাৰ দিহা দিয়ে।[২১] খুব সম্ভৱ এয়া আছিল গোবৰ্ধন-পৰ্বতৰ পূজাত বৰষুণ দিয়ে বুলি থকা এটি প্ৰচলিত বিশ্বাসৰ ফল। সুন্দৰীৰ ওচৰত ৰভা সাজি কৃত্ৰিম মঞ্চ নিৰ্মাণ কৰি তাৰ ওপৰত গোসাঁইৰূপী ব্ৰাহ্মণক স্থাপন কৰা হ'ল। তাৰ পিছত মাধৱদেৱে মেঘমণ্ডলৰ ৰাগ আৰম্ভ কৰোঁতেই আকাশত মেঘে দেখা দিলে। ৰাগৰ চাৰি শাৰী সম্পূৰ্ণ হোৱাৰ লগে লগে শিল বৰষুণ-বতাহে দশোদিশ ভৰাই পেলালে। সমস্ত প্ৰজা লৰি নিৰাপদ ঠাইত সোমালগৈ, ব্ৰাহ্মণলৈ কাৰো মনতে নপৰিল। চিঞৰি সহায় বিচাৰি ব্ৰাহ্মণ তাতে লালকাল হৈ থাকিল। পিছতহে গুৰুজনাই মানুহ পঠাই নমাই তেওঁক সেকি-পুতকি সুস্থ কৰিলে। দৈত্যাৰি ঠাকুৰৰ চৰিত পুথিত আছে—

"লোকৰ বচন শুনি যাত্ৰা কৰাইলন্ত।
পটুৱাৰ উপায় পৰ্বত অকাইলন্ত ॥
ধেনু বৎস গোপ-গোপী সহিতে আপুনি।
নানান নৈবেদ্য বঢ়াই ফুৰা প্ৰদক্ষিণি ॥

এই বৰ্ণনাৰ পৰা বুজিব পাৰি যে মাধৱদেৱে প্ৰত্যক্ষভাৱে এই অভিনয়ত অংশ গ্ৰহণ কৰিছিল।

২০। 'ষ্টাডিজ ইন দ্য বৈষ্ণৱ লিটাৰেচাৰ এণ্ড কালচাৰ অব আসাম,' পৃঃ ৯৬

২১। 'কথা গুৰু চৰিত,' পৃষ্ঠা ৫৪৯

**দধি-মথন :**

এইখনি ঝুমুৰাৰ অভিনয়-সম্পৰ্কে সামান্য কথাহে পোহৰলৈ আহিছে। বেজবৰুৱাই লিখিছে যে 'দধি-মথন'ৰ অভিনয়ত শংকৰদেৱে নন্দৰ আৰু মাধৱদেৱে উপনন্দৰ ভাও লৈছিল। 'বৰদোৱা-চৰিত'তো এই কথা পোৱা যায়। দৈত্যাৰি ঠাকুৰে উল্লেখ কৰিছে যে ৰঙীয়াল-ঘৰ মুকলি কৰা দিনটোত এইখনি ঝুমুৰাৰ ভাওনা মেলা হৈছিল।

নৱ-বৈষ্ণৱ নাট্য-আন্দোলনৰ প্ৰসাৰত তেওঁৰ অভিনয় নাট্যৰীতি আৰু মঞ্চকলাৰ জ্ঞানেৰে মাধৱদেৱে বিশেষ ভূমিকা গ্ৰহণ কৰিছিল। গুৰু শংকৰৰ আৰ্হিতে ছোঁ, মুখা, প্ৰসাধন-সামগ্ৰী আদিৰ ব্যৱহাৰ কৰাৰ লগে লগে নাটৰ গীত আৰু নৃত্যসমূহৰ সৃষ্টিতো তেওঁৰ নিপুনতা প্ৰকাশ পাইছিল। মুঠতে শংকৰদেৱৰ দ্বাৰা প্ৰৱৰ্তিত গীত, নাট আৰু নৃত্যকলাৰ পূৰ্ণতম বিকাশ ঘটিছিল মাধৱদেৱৰ হাতত।

---

## অধ্যায়—৬

## মাধৱদেৱৰ ভক্তি-সাহিত্য

অসমৰ নৱবৈষ্ণৱ ধৰ্ম ঘাইকৈ ভক্তি-প্ৰধান। ভাগৱত-পুৰাণৰ নিৰ্দেশিত পথেৰেই শংকৰ-মাধৱে সৰ্ববিধ পন্থৰ ভিতৰত ভক্তিক উচ্চ-আসন দিছিল। এওঁলোকে মত প্ৰচাৰ কৰিছিল যে পবিত্ৰ অন্তৰেৰে আহ্বান কৰিব জানিলে তপ-জপ-তীৰ্থ-ব্ৰতেৰে পাব নোৱাৰা ভগৱানে সহজে ধৰা দিয়ে। দুয়োজনা মহাপুৰুষৰ সমস্ত সাহিত্য-কৰ্মৰ মাজেদি ভক্তিৰ মাহাত্ম্য তীব্ৰভাৱে ঘোষিত হৈছে। মাধৱদেৱৰ 'নাম ঘোষা' পুথিত ৰসময়ী ভক্তিৰ গুণ-গান জিলিকি আছে যদিও এই জিলিকণি বেছি স্পষ্ট 'ভক্তি-ৰত্নাৱলী' পুথিত। গীত আৰু নাটসমূহৰ কলা-সুলভ প্ৰকাশৰ মাজতো ভক্তিৰ ৰেঙনি উজ্বল হৈ প্ৰতিভাত হৈছে। ভক্তি আৰু ভক্তৰ বিশিষ্ট লক্ষণসমূহৰ সম্পৰ্কে থকা মাধৱদেৱৰ ধাৰণা তেওঁৰ বিভিন্ন ৰচনাৰ মাজত প্ৰকাশ পোৱা দেখা যায়।

### মাধৱদেৱৰ ৰচনাত ভক্তিৰ লক্ষণ ঃ—

'নাম-ঘোষা' আৰু 'ভক্তি-ৰত্নাৱলী' পুথিৰ মাজত ভক্তি সম্পৰ্কে বিশদ আলোচনা দেখা যায়। বৰগীতৰ মাজতো ভক্তি-বিহীন জীৱনৰ অসাৰতা প্ৰকাশ কৰি তেওঁ কৈছে—

"ৰে মন ! সেৱহুঁ হৰি কহু চৰণা
নিকটে দেখহুঁ নিজ মৰণা।
দেখত হৰি কহু চৰণ শৰণ বিনে
নাহি নাহি ভৱভয় তৰণা ॥"

মাধৱদেৱৰ মতে ভক্তি কেৱল এক অনুভূতিয়েই মাথোন নহয়। ই প্ৰতি পুৰুষৰে এক অৱশ্যে পালনীয় কৰ্তব্য। মাধৱীয় ভক্তি-সূত্ৰৰ

মতে ভগৱানৰ প্ৰতি থকা গভীৰ আৰু ঐকান্তিক প্ৰেমেই হৈছে ভক্তি।[১] শাণ্ডিল্যৰ ভক্তি-সূত্ৰতো গভীৰ ভগৱৎ-প্ৰেমক ভক্তি আখ্যা দিয়া হৈছে।[২] "ভক্তি-ৰত্নাৱলীৰ" মতে—

জীৱন্তে মুকুত ভৈল যিটো অতি
আত্মাত মাত্ৰ ৰময়।
শাস্ত্ৰ বৰ্হিভূত ভৈল হৃদয়তো
দূৰ ভৈল গ্ৰন্থিচয়॥
তাৰা সবো সদা পৰম নিস্কামে
ভকতি কৰে কৃষ্ণত।
মোক্ষতো অধিক ভকতিৰ সুখ
জানিয়া অতি মনত॥
মুকুত সকলো নেড়য় ভকতি
কিনো অতি অদভুত।

মুক্তিতকৈ ভক্তিক শ্ৰেষ্ঠ স্থান দিয়াৰ এই প্ৰৱণতা মাধৱদেৱৰ সকলো ৰচনাৰ মাজত দেখা যায়। ভক্তিৰ দ্বাৰা অপ্ৰাপ্য একো নাই। দয়ালু ভগৱানে ভক্তৰ সৰ্ববিধ মনোকামনা পূৰ্ণ কৰে। নিস্কাম ভক্ত কিন্তু সদায় স্বাৰ্থহীন, তেওঁ ভক্তিৰ বাহিৰে দ্বিতীয় বস্তু কামনা নকৰে। কিন্তু ভক্তিৰ মহিমা আকৌ ইমান বেছি যে ইয়াৰ দ্বাৰা প্ৰকৃত ভক্ত সকলে নিবিচৰাকৈও চতুৰ্বৰ্গৰ প্ৰকৃত ফল লাভ কৰে।[৩] কোনো কোনো ভক্তই কেতিয়াবা প্ৰথম অৱস্থাত কোনো বস্তুৰ আকাংখ্যাতো ভক্তিৰ ভাৱ পোষণ কৰিব পাৰে। কিন্তু ক্ৰমে ক্ৰমে ভক্তিৰ মাজত তেওঁ ইমানেই আনন্দ লাভ কৰিবলৈ ধৰে যে সকলো কামনা-বাসনা ত্যাগ কৰি কেৱল নিষ্কাম ভক্তিতহে তেওঁ ৰত হৈ

১। 'ভাগৱত ভক্তি কাল্ট', পৃঃ ২৪
২। 'ভাগৱত ভক্তি কাল্ট', পৃঃ ৫০
৩। 'ভক্তি-ৰত্নাৱলী', পদ ৫৪-৫৫

পৰে।[৪] ভগৱৎ-ভক্তিৰ বাবে উচ্চবৰ্ণ বা বিশিষ্ট জ্ঞানৰ পৰাকী নহলেও হয়। সকলো তপ-জপতকৈও ভক্তিৰ শ্ৰেষ্ঠতা ঘোষণা কৰি "ভক্তি-ৰত্নাৱলী"য়ে কৈছে—

দেৱ দ্বিজ ঋষি তপ জপ যজ্ঞ দান।
যত শৌচাচাৰ তীৰ্থ ব্ৰত মহাজ্ঞান॥
ইটো সবে বিড়ম্বন জানা নিষ্ঠ কৰি।
কেৱলে ভক্তিতে মাত্ৰ তুষ্ট হোন্ত হৰি॥

প্ৰকৃত ভক্ত সকল কোনো জাতি বা শ্ৰেণীভুক্ত নহয়, তেওঁলোকৰ অবিচলিত ভক্তিয়েহে ভগৱানক তেওঁলোকৰ কাষ চপায়।[৫] তদুপৰি "মহাপাপী তৰে হৰি নামৰ কীৰ্ত্তনে।" সেইবাবে সমস্ত লোককে হৰিৰ চৰণত আশ্ৰয় লৈ এক চিত্তে ভক্তি কৰিবলৈ মাধৱদেৱে নানা ঠাইত নানা ভাৱে উপদেশ আগবঢ়াইছে।

ভগৱৎ প্ৰাপ্তিৰ বিবিধ পথৰ ভিতৰত জ্ঞান, কৰ্ম আৰু ভক্তিৰ কথাকে ঘাইকৈ লেখত লোৱা হয়। দেখাত ভিন্ন হ'লেও প্ৰকৃততে তিনিওটাৰে ভিতৰত সম্পৰ্কও নোহোৱা নহয়।[৬] এই তিনিওটি পথৰ ভিতৰত শ্ৰেষ্ঠ হ'ল ভকতি। কাৰণ ৰত্নাৱলীত কোৱাৰ দৰে—

ভকতি সহায় বিনে জ্ঞানে কৰ্ম্মে
নসাধে কাৰো মুকুতি।
কহোকো সহায় নচাৱে মুকুতি
গৰিষ্ঠ এহি যুগুতি॥

একেখিনি কথাকে 'নামঘোষা'তো কোৱা হৈছে—

জ্ঞান কৰ্ম্মে তাৰে তাৰিতে নপাৰে
ভকতি মতৰে যেৱে

৪। 'ভক্তি-ৰত্নাৱলী', পদ ৬৬-৬৭
৫। 'নাম ঘোষা', ঘোষা, ৪৯৭-৪৮৫
৬। 'ভাগৱত মাহাত্ম্য (পদ্মপুৰাণ)', পদ ১১-৭১

কেৱল ভকতি ভকতক তৰে
সহায় কাৰো নচাৱে ॥

ভক্তিক মুক্তিতকৈ শ্ৰেষ্ঠ আসন দিয়াটো মাধৱদেৱৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য। ভক্তিহীন লোকৰ প্ৰতি কটাক্ষপাত কৰি মাধৱদেৱে 'নামঘোষা'ত কৈছে—

মুকুতি সুখকো তেজি মহাজনে
সদা ৰাম নাম কৰে
হেন হৰি নাম সুখক তেজিয়া
কুমতি মনুষ্য মৰে ॥

'সংসাৰ-চক্ৰ'ৰ পৰা জীৱই নিস্তাৰ পাবলৈ ভক্তিত আশ্ৰয় গ্ৰহণেই হ'ল একমাত্ৰ উপায়।

ভক্তি উৎপাদনৰ বাবে সৎসংগৰ প্ৰয়োজনীয়তাৰ কথা মাধৱদেৱে ঘোষণা কৰিছে। যিদৰে পোহৰৰ উপস্থিতিৰ লগে লগে আন্ধাৰ, শীত আৰু আতংক দূৰ হয়—সেইদৰে সাধুজনৰ উপস্থিতিয়ে আৰু সান্নিধ্যই কৰ্মবন্ধ, বৈষয়িক চিন্তা আৰু অবিদ্যাজনিত অন্ধকাৰ একেলগে আঁতৰ কৰে।

## ভক্তিৰ শ্ৰেণীবিভাগ :—

'ভাগৱত-পুৰাণে' বিভিন্ন সময়ত ভক্তিৰ বিভিন্ন প্ৰকাৰৰ কথা উল্লেখ কৰিছে। এইদৰে তিনিৰ পৰা ছয়বিধলৈকে ভক্তিৰ প্ৰকাৰভেদ দেখা যায়। ইয়াৰে নৱবিধ ভক্তি অসমৰ বৈষ্ণৱ সমাজত পৰম আদৰণীয়।[৭] এই নৱবিধ হ'ল শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, অৰ্চন, বন্দন, পদসেৱন, দাস্য, সখ্য আৰু আত্মনিবেদন। 'ভক্তি-ৰত্নাৱলী' পুথিত মাধৱদেৱে অন্য এক প্ৰকাৰেও ভক্তিৰ শ্ৰেণীবিভাগ কৰি দেখুৱাইছে।

---

৭। 'কীৰ্ত্তন-ঘোষা'ৰ 'প্ৰহ্লাদ-চৰিত্ৰ' খণ্ড

সেইকেইটা হ'ল—ভাগৱতী ভক্তি, প্রেম-ভক্তি আৰু কেৱল ভক্তি। ভাগৱতী ভক্তিৰ পৰিচয় দি কোৱা হৈছে—

তপ জপ যজ্ঞ দান ব্রত সদাচাৰ।
ধন-জন-গৃহ-পুত্র ভার্য্যা আপোনাৰ ॥
সমস্তক শুদ্ধভাৱে অৰ্পিব কৃষ্ণত।
ইহাকে বোলয় মহা ধৰ্ম্ম ভাগৱত ॥

আৰু কোৱা হৈছে—

মহা সুখে আত্মা তত্ত্ব জানে সমুদায়।
তাকে বুলি ভাগৱতী ধৰ্ম্ম নিৰাময় ॥

এনে ভক্তিত ৰত হৈ থকা ভক্তসকলৰ অপ্রয়াসে সমস্ত মনোকামনা পূৰণ হয়। প্রেম ভক্তি হ'ল অত্যন্ত ভক্তিৰ আবেগে ভক্তক গদ্‌গদ্ কৰি পেলোৱা অনুভূতিৰ প্রকাশ। স্বয়ং ভগৱানৰ মুখত দিয়া—হৈছে—

বাক্য গদগদ কৰে প্রেমৰ ভৰত।
দ্ৰৱে চিত্ত স্মৰি মোৰ মহিমা মনত ॥
ভকতৰ বশ্য মই হেনয় আকলি।
পৰম আনন্দে হাসি তোলে খলখলি ॥
এত কাল ভৈলো তযু সেৱায়ে বঞ্চিত।
এহি বুলি শোকে আতি কান্দে কদাচিত ॥
এৱে পাইলো পাইলো বুলি কতো গাৱে গীত।
পৰম হৰিষে উঠি কতো কৰে নৃত্য ॥
এহি মত যাৰ মিলিল প্ৰচুৰ।
গুচে লজ্জা আদি মায়া এড়ি হোৱে দূৰ ॥

কেৱল ভক্তি বা অন্তৰংগ ভক্তি ভক্তিৰ অন্য এটি প্রকাৰ। ভাগৱত-পুৰাণৰ মতে ভগৱান কৃষ্ণই উদ্ধৱক এই ভক্তিৰ উপদেশ দিছিল।[৮]

---

৮। 'ভাগৱত-ভাৱাৰ্থ দীপিকা'। নৱম অধ্যায়।

কেৱল ভক্তিৰ যোগেদি ভক্তৰ সমস্ত পাপ বিনাশ হয় আৰু মহা মহা পাপীয়েও নিস্তাৰ লাভ কৰে। তথাকথিত অন্ত্য জাতিৰো পৰম আশ্ৰয় এই কেৱল ভক্তি। নাম ঘোষাত আছে—

হৰি নামে কৰে অন্ত্য জাতিকো মুকুত।
সজ্জনে নামক নিন্দে কিনো অদভূত॥

একেখিনি কথাকে 'ৰত্নাৱলী'য়ে কৈছে—

পৰম শ্ৰদ্ধাৰে মোৰ ভকতি আচাৰি।
চণ্ডালো পবিত্ৰ হয় জানা নিষ্ঠ কৰি॥

মাধৱদেৱৰ দ্বাৰা বিস্তৃত ভাৱে আলোচিত ভক্তিৰ নৱবিধ প্ৰকাৰ হ'ল—

**শ্ৰৱণ:** মাধৱদেৱৰ মতে শ্ৰৱণ হ'ল ভক্তিৰ শ্ৰেষ্ঠতম পন্থা। ভগৱানৰ নাম শ্ৰৱণৰ দ্বাৰা ভক্তৰ হৃদয় পবিত্ৰ হয়,—

কৰ্ণপথে ভকতৰ হিয়াত প্ৰবেশি হৰি
দুৰ্ব্বাসনা হৰা সমস্তয়।
জলৰ যতেক মল যেহেন শৰত কালে
স্বভাৱতে নিৰ্মল কৰয়॥

যিসকল লোকে হৰিনাম শ্ৰৱণক সহজতম পন্থা এৰি বলি বিধানৰ দ্বাৰা অন্য দেৱ-দেৱীক পূজে তেওঁলোকৰ পতন অনিবাৰ্য।[৯] আনহাতে অমৃতৰ দৰে মধুৰ হৰিনাম শ্ৰৱণৰ দ্বাৰা জ্ঞান আৰু ভক্তিৰ গৰাকী হৈ ভক্তসকলৰ বৈকুণ্ঠ প্ৰাপ্তি ঘটে।[১০] প্ৰকৃত ভক্তসকলে জানে যে শ্ৰৱণ ভক্তিৰ স্থান মুক্তিতকৈ ওপৰত।[১১] গতিকে তেওঁলোকে কেৱল কামনা কৰে মহন্তৰ মুখৰ পৰা হৰি কথা শ্ৰৱণৰ আনন্দ।[১২]

---

৯। 'ভক্তি-ৰত্নাৱলী,' পদ ৫৬১-৫৬৩
১০। " " , পদ ৫৭৬
১১। " " , পদ ৫৪৫
১২। " " , পদ ৬০৪-৬০৬

**কীৰ্তনঃ** শংকৰদেৱ আৰু মাধৱদেৱে বহু ঠাইত উল্লেখ কৰিছে যে ভয়াবহ এই সংসাৰৰ পৰা উদ্ধাৰ পোৱাৰ শ্ৰেষ্ঠতম উপায় হ'ল শ্ৰৱণ আৰু কীৰ্ত্তন। অজামিলৰ দৰে পাপীয়েও কেৱল ভগৱানৰ নামটো উচ্চাৰণ কৰিয়েই মুক্তি লাভ কৰিছিল।[১৩] মুৰ্খসকলেহে অস্পষ্ট কঠিন মন্ত্ৰ মাতি আৰু কষ্টকৰ পন্থা অৱলম্বন কৰি ভগৱানৰ সন্ধান কৰে। তেওঁৰ ৰাম কৃষ্ণ আদি কোমল আৰু সৰু নামৰ শব্দবোৰেই ধৰ্ম-অৰ্থ-কাম-মোক্ষ অনায়াসে দান কৰিব পাৰে।

প্ৰকৃতিৰ গুণে বশ্য হৈয়া অতি
অল্পমতি মূঢ় নৰে।
অস্পষ্ট কঠিন মহামন্ত্ৰ আদি
ঘোৰ কৰ্ম ৰতি কৰে॥
অলপ অক্ষৰ পৰম কোমল
ৰাম-কৃষ্ণ আদি নাম।
অতি অনায়াসে উচ্চাৰন্তে সাধে
ধৰ্ম অৰ্থ মোক্ষ কাম॥

(ভক্তি-ৰত্নাৱলী, পদ ৭৮৮)

মানুহৰ আত্মা আৰু ভক্তিৰ মাজত জিভাখন হ'ল এখন সাঁকোৰ দৰে। এই সাঁকোত আৰোহণ কৰা কৃষ্ণৰ নাম-কীৰ্ত্তনে ভক্তজনক সহজে বিচৰাখিনি দান কৰে। নানা সময়ত নানা ৰূপত অৱতাৰ গ্ৰহণ কৰা ভগৱানৰ লীলাৰ কীৰ্ত্তন কলিযুগত ভক্তিৰ সৰ্বোত্তম পন্থা।[১৪]

**স্মৰণঃ** ভগৱন্তৰ ৰূপ আৰু কাৰ্যৰ স্মৰণ ভক্তিৰ অন্যতম পন্থা। অন্তিম সময়ত তেওঁৰ ৰূপ স্মৰণ কৰা সকলে সাৰোপ্য মুক্তি লাভ

---

১৩। 'ভক্তি-ৰত্নাৱলী', পদ ৭৮২

১৪। 'ভক্তি-ৰত্নাৱলী', পদ ৯৬৩

কৰে।[১৫] যি সকলে তেওঁক শত্ৰুভাৱেৰে স্মৰণ কৰে তেওঁলোকো এই কৃপাৰ পৰা বঞ্চিত নহয়।[১৬] ভয় ভাৱেৰে বা ক্ৰোধ ভাৱেৰে স্মৰণ কৰিলেও সাৰোপ্য মুক্তি সহজে আহে। দিনে ৰাতিয়ে কাম ভাৱেৰে তেওঁক চিন্তা কৰাৰ বাবেই গোপী সকলে ভগৱানৰ কৃপা লাভ কৰিছিল। গতিকে দৃঢ়ভাৱে তেওঁক স্মৰণ কৰিলেও ভক্তৰ সকলো মনোবাঞ্চা পূৰ্ণ হয়। ভগৱানে উদ্ধৱক কৈছে—

মোৰ ভজনত মন কৰিও শোধন।
তাতে থাপি মোক সুমৰিয়ো অনুক্ষণ॥
এতেকে গুচিবে ঘোৰ সংসাৰৰ দুঃখ।
অনায়াসে লভিবা পৰমানন্দ সুখ॥

(ভক্তি ৰত্নাৱলী, পদ ৯৪৬)

**পদসেৱন :** ভগৱানৰ চৰণত যদি নিজকে অৰ্পণ কৰিব পৰা যায়, তেন্তে সেই চৰণ সংসাৰ সমুদ্ৰ অতিক্ৰম কৰাত নৌকা স্বৰূপ হয়।[১৭] পদসেৱনৰ মাহাত্ম্য অসীম। বিষ্ণুৰ চৰণ সেৱা কৰা চণ্ডাল এজনো সেৱা নকৰা ব্ৰাহ্মণ এজনতকৈ শ্ৰেষ্ঠ।[১৮] ভক্ত সকলে কৃষ্ণৰ চৰণ সেৱাত ইমান আনন্দ পায় যে যিহেতু সাযুজ্য মুক্তিত সেৱাৰ সুযোগ নাই, তেওঁলোকে সেই মুক্তিও কামনা নকৰে। সকলো ধৰণৰ ভোগ-সুখৰ প্ৰতি নিস্পৃহ হৈ একমাত্ৰ তেওঁলোকে বিচাৰে কৃষ্ণৰ চৰণৰ ধূলি শিৰত লোৱাৰ সৌভাগ্য—

লক্ষ্মী কুচ কুঙ্কুমে সুগন্ধ অতিশয়।
কৃষ্ণ পদধূলি সৰ্ব সম্পদ আশ্ৰয়॥
তাকে মাত্ৰ মাথায়ে বহিবো সৰ্বক্ষণে।
এহিমানে বাঞ্চো আমি কৃষ্ণৰ চৰণে॥

(ভক্তি-ৰত্নাৱলী, পদ-১০২৮)

---

১৫। 'ভক্তি-ৰত্নাৱলী', পদ ৮৯১
১৬ : 'কীৰ্ত্তন', পদ ১২৩৩
১৭। 'ভক্তি ৰত্নৱলী', পদ ৯৮২-৯৮৩
১৮। ,, ,, পদ ১০০৭

**অৰ্চন ঃ** বিশ্বব্ৰহ্মাণ্ডৰ মূল কাৰণ বিষ্ণুক অৰ্চনা কৰিলে সকলোকে অৰ্চনা কৰা হয়। যিদৰে গছৰ মূলত পানী দিলে ডাল-পাতবোৰেও পায়, সেইদৰে বিষ্ণুক পূজা কৰিলে অন্য দেৱ-দেৱীও সন্তুষ্ট হয়।[১৯] নিজা মাহাত্ম্যৰে পূৰ্ণ ভগৱান পূজাৰ বাবে লালায়িত নহয় যদিও ঐকান্তিকভাৱে কৰা অৰ্চনাই তেওঁক সন্তুষ্ট কৰে। অহংহীন মনেৰে দৃঢ় চিত্তে কৰা অৰ্চনাহে তেওঁ গ্ৰহণ কৰে।[২০] যিহেতু তেওঁ সকলোৰে অন্তৰত বিৰাজমান, তেওঁক অৰ্চনা কৰা মানে ভক্তজনে নিজকেই অৰ্চনা কৰা।[২১] যাৰ অন্তৰত দৃঢ় বিশ্বাস আৰু ঐকান্তিক ভক্তি আছে তেওঁ তন্ত্ৰ, মন্ত্ৰ, যোগ আৰু কৰ্মৰ দ্বাৰা ভগৱানক পাব পাৰে। অৰ্চনৰ মাহাত্ম্য প্ৰচাৰ কৰি 'ভক্তি-ৰত্নাৱলী'য়ে কৈছে—

যিহেতু স্বভাৱে জগতৰ আত্মা হৰি।
যিটো মহাজনে তাংক পূজয় সাদৰি ॥
আপুনি সহিতে পূজিলেক চৰাচৰ।
জানিলেক তত্ত্ব সি সি বেদ আগমৰ।

**বন্দন ঃ** সমস্ত জগতৰ গৰাকী বিষ্ণুক বন্দনা কৰি জীৱই মুক্তি লাভ কৰে। হঠাৎ কোনো আঘাত পালে নাইবা জ্বৰ-তাপে পীড়া কৰিলে মানুহে এনেয়ে হৰিৰ নাম লয়। অথচ সেই নামৰ মহিমাতে বিষ্ণুৰ কৃপা সহজে পায়।

পড়ে বৃক্ষ হস্তে পৰি পস্থত পিছলে।
জ্বৰে তাপে পীড়া কৰে হাঞ্চে হামি তোলে ॥
এতেক সময়ে মনে হৰি যিটো বোলে ॥
নমস্কাৰ কৰো জ্ঞান নাহিকে মনত।
তথাপি মুকুত হোৱে মহত তাপত ॥

---

১৯। 'ভক্তি-ৰত্নাৱলী', পদ ১০৬৪
২০। " " পদ ১০৮৩
২১। " " পদ ১০৭৭

সমস্ততে ব্যাপ্ত ভগৱানক উদ্দেশ্য কৰি যি কোনো বস্তুক নমস্কাৰ কৰিলেও সেই নমস্কাৰ ভগৱানে লাভ কৰে।[২২]

**দাস্য :** 'ভক্তি-ৰত্নাৱলী'য়ে কৈছে—

"দাস্য-ভাৱ ভক্তি আৰু বুলিয় নিশ্চয়।
কায়বাক্য মনে যত কৰ্ম্ম সমৰ্পয় ॥
লৌকিক বৈদিক ব্ৰাহ্মণাদিৰ স্বভাৱে।
সমস্তক অৰ্পিব কৃষ্ণৰ দুই পাৱে ॥

-যেতিয়ালৈকে এজন ভক্তই নিজকে বিষ্ণুৰ চৰণত অৰ্পণ নকৰে তেতিয়ালৈকে তেওঁ গৃহস্থালিৰ মাজত বন্দীশালত থকাৰ দৰে থাকে। তেওঁৰ ঘৰ-আত্মীয় স্বজন সকলোকে যদি ভগৱানৰ চৰণত উৎসৰ্গা কৰি দি তেওঁ নিজকেও ভগৱানৰ দাস বুলি মানে, তেতিয়া সকলো চিন্তা আৰু দায়িত্বৰ হাত সাৰি একমনে ভগৱানক ভক্তি কৰি তেওঁ মোক্ষ লাভ কৰে।[২৩]

**সখ্য :** সখ্য হৈছে ভক্তিৰ আনন্দদায়ক প্ৰকাৰ। মানুহৰ সৈতে কৰা সখ্য ভাৱত বিচ্ছেদৰ ভয় আদি নানা উৎকণ্ঠা থাকে। কিন্তু সমস্ততে বিয়পি থকা ভগৱানৰ পৰা বিচ্ছেদৰ ভয় নাই। বৃন্দাবনৰ গোপ-গোপী আৰু পশু-পক্ষীয়েও কৃষ্ণ-মিত্ৰতাৰ পৰম ফল লাভ কৰিছিল। বন্ধুৰ প্ৰীতিৰে ভগৱানক ভাল পাব পৰাৰ মাজত যি গভীৰ আনন্দ আছে সেয়া মাধৱদেৱৰ 'নামঘোষা' তো ফুটি উঠিছে। সখ্য ভক্তি মুক্তিলাভৰ সহজ পন্থা—

"ভগৱন্ত সখিৰ মহিমা যেন মত।
আছোক কহিবে কোনে জানিবে শকত ॥"

**আত্মনিবেদন :** আত্মনিবেদনৰ দ্বাৰা ভগৱানৰ কাষ চপাৰ পাছত ভক্তৰ সকলো সাংসাৰিক চিন্তা দূৰ হয়। কেৱল ভক্তিহে

২২। 'ভক্তি-ৰত্নাৱলী', পদ ১১০৪

২৩। " " পদ ১১০৫-১১২৯ ৩১।

চিন্তা কৰা সেই ভক্তৰ প্ৰতি ভগৱানো তুষ্ট হয় আৰু তেওঁক ভগৱানৰ সমান ঐশ্বৰ্যযুক্ত মুক্তি প্ৰদান কৰে।[২৪] মাধৱদেৱে ৰত্নাৱলীত কৈছে যে কৰ্ম আৰু জ্ঞানৰ পথ বিড়ম্বনাময়। বেদৰ বচনো ছলনাৰে ভৰা।

"তাহাৰ বিহিত মানে অসত্য সমস্ত।
আৰু ত্যজি যেবে দেহ অৰ্পিলে কৃষ্ণত ॥
তাকেসে কেৱল সত্য মানোহো মনত ॥"

**শৰণ ঃ** শৰণ ভক্তিৰ তাৎপৰ্য হ'ল কায়-বাক্য-মনে বিষ্ণু বা কৃষ্ণৰ চৰণত শৰণ লোৱাটো। 'গীতা'ত ভগৱান কৃষ্ণই—

"কেৱলে শৰণ মোত লৈয়ো ধনঞ্জয়।
ৰাখিবো সবাতে মই নকৰিবা ভয় ॥"

—বুলি শৰণ ভক্তিৰ মাহাত্ম্য প্ৰচাৰ কৰিছে। মাধৱদেৱেও সেই সুৰতে কৈছে—

"লৈয়োক শৰণ এক চৰণে কৃষ্ণৰ।
এহিমানে তাতপৰ্য্য সকলো শাস্ত্ৰৰ ॥
( ভক্তি ৰত্নাৱলী ; পদ ১১৮৩ )

**মাধৱদেৱৰ দাস্য-ভক্তি ঃ** নিজকে ভগৱানৰ দাস বুলি মানি দেহ-মনেৰে ভগৱানৰ সেৱা কৰাটো মহাপুৰুষীয়া বৈষ্ণৱ ধৰ্মৰ আদৰ্শ স্বৰূপ। নৱবিধ ভক্তিৰ ভিতৰত দাস্য ভাৱকে শংকৰদেৱ আৰু মাধৱদেৱে বেছি মূল্য দিয়াটো পৰিলক্ষিত হয়। তেওঁলোকে বিভিন্ন গীত-ভটিমা, কাব্য আৰু নাটত নিজকে বিষ্ণুৰ দাস বুলি ঘোষণা কৰি গৌৰব অনুভৱ কৰে। শংকৰদেৱে নিজকে 'শংকৰ-কিংকৰ', 'শংকৰ দাস' আদি পৰিচয় দিয়াৰ দৰে মাধৱদেৱৰ প্ৰিয় আত্ম পৰিচয় হ'ল 'দাসকু দাসা', 'দীন', 'মূৰুখ-মতি' ইত্যাদি। যি বিনয়ৰ ভাৱ মাধৱদেৱৰ সমগ্ৰ ৰচনাৱলীৰ মাজেদি প্ৰকাশিত হৈছে সেয়া

---

২৪। 'ভক্তি ৰত্নাৱলী', পদ ১১৩৪-১১৩৭

তেওঁৰ দাস্য ভক্তিৰেই বহিঃপ্ৰকাশ। ভাগৱত-পুৰাণে বিষ্ণুক সকলো জীৱৰে গৰাকী বুলি আৰু সকলো জীৱ তেওঁৰে অংশ বুলি কৰা ঘোষণাই নৱ-বৈষ্ণৱ ধৰ্মত এই দাস্য ভাৱৰ বীজ সিচেঁ। শংকৰদেৱৰ মতে যিদৰে কৰ্ত্তব্যপৰায়ণ ৰাজ-কৰ্মচাৰীয়ে ব্যক্তিগত লাভৰ কথা চিন্তা নকৰি নিঃস্বাৰ্থভাৱে ৰজাৰ সেৱা কৰে, ভগৱানৰ প্ৰতি ভক্তিৰ প্ৰকৃতিও তেনে হোৱা উচিত।[২৫] দাস্য ভক্তিৰ মহিমা প্ৰচাৰ কৰি কীৰ্ত্তনত তেওঁ বলী ৰজাৰ মুখত দিছে—

"ঐশ্বৰ্য্য-জঞ্জাল নলাগে আমাৰ
ছিণ্ডা মোৰ মোহ পাশ।
কৰা প্ৰভু দায়া জন্মে জন্মে হৈবো
তোমাৰ দাসৰো দাস॥"

মাধৱদেৱৰ 'নামঘোষা' দাস্য ভক্তিৰ অনুপম প্ৰকাশ। বহুতো সম্বোধনেৰে ভক্ত কবিজনে তেওঁৰ ইষ্ট দেৱতাক সম্বোধন কৰিছে। সখা, সুহৃদ, প্ৰিয়তম আদি সকলো আপোন সম্পৰ্কৰে সম্বন্ধ কৰাৰ পিছতে নাথ বা স্বামীৰূপে ভগৱানক গ্ৰহণ কৰি ভৃত্যৰূপে তেওঁ নিজকে সমৰ্পণ কৰিছে। ভক্তিৰ আতিশয্যত ভগৱানৰ প্ৰতি তেওঁৰ অভিযোগ—

"মোক নিজ দাস কৰি লৈলে হৰি এ
কহিয়ো কৃপাল
কি হয় তোমাৰ হানি॥"

'নামঘোষা'ই ভগৱানক তেওঁৰ দাস সকলৰ প্ৰতি কৃপাশীল বুলি সঘনাই উল্লেখ কৰিছে। ধেনুৱে যিদৰে বৎস পালন কৰে ভগৱানেও সেইদৰে ভক্তসকলৰ তদাৰক কৰে।[২৬] প্ৰকৃত ভক্তসকলে ভগৱানৰ চৰণ সেৱাৰ বাহিৰে কোনো সুখৰ কামনা নকৰে। এজন প্ৰকৃত

২৫। 'কীৰ্ত্তন', পদ ৪৫০—৪৫২

২৬। 'নামঘোষা', ঘোষা ৪০৪

ভক্তও ভগৱানৰ দৰেই পূজাৰ যোগ্য। নিঃস্বার্থ ভক্তৰ সেৱক হবলৈ পোৱাটোও ভগৱানৰ সেৱক হোৱাৰ দৰেই পূণ্যৰ কাম। তলৰ ঘোষাটোত মাধৱদেৱে তেনে এক সৌভাগ্যৰেই কামনা কৰিছে—

"নোহো জানা আমি চাৰিজাতি
চাৰিও আশ্ৰমী নোহো আতি
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ
গোপীকৰ্ত্তা পদ কমলৰ
দাসৰো দাসৰ
তান দাস ভৈলো আমি।"

মাধৱদেৱৰ বৰগীতবোৰৰ মাজতো একে দাস্যভাৱ ফুটি উঠিছে। সংসাৰ-সাগৰ পাৰ হ'বলৈ ভগৱানৰ দয়াৰ প্ৰয়োজন। ভৃত্যৰূপে তেওঁৰ সেৱা কৰিলে লোভ-লালসাৰ কুম্ভীৰ আৰু সোঁতেৰে ভৰা এই সাগৰখন অতিক্ৰম কৰিবলৈ নৌকা স্বৰূপ তেওঁৰ চৰণৰ সহায় পাব পাৰি।[২৭] মানুহৰ সম্পদ, আত্মীয় স্বজন, যৌৱন, শৰীৰ আদি সকলো ক্ষণস্থায়ী বিজুলীৰ চমকৰ দৰে। মায়াত অন্ধ মানুহে এইবোৰকে সচাঁ বুলি ভাৱে। ইহঁতৰ কামনাৰ পৰা ৰক্ষা কৰিব পাৰে একমাত্ৰ ভগৱানৰ কৃপাই। গতিকে তেওঁৰ চৰণ পদ্মৰেণুৰ ভৃত্য হৈ কৃপা লাভ কৰাটো ভক্ত সকলৰ পৰম কাম্য।[২৮] অন্য এটি বৰগীতত মাধৱদেৱে কৈছে—

"গোবিন্দ দীন দয়াশীল স্বামী
তুহু মেৰি সায়েব চাকৰ হামি
কাকু কৰিয়া তেৰা চৰণে লাগো
অৰুণ চৰণে চাকৰি মাগো
তেৰি চৰণে মেৰি পৰণাম
চাকৰি মাগো—নাহি আন কাম।"

---

২৭। বৰগীত
২৮। বৰগীত

কেৱল ভক্তিৰ বাবে ভক্তি কৰাই মাধৱদেৱৰ দাস্য ভাৱৰ মূল কথা। সমস্ত কৰ্ম ভগৱানৰ চৰণত অৰ্পণ কৰি নিঃস্বাৰ্থভাৱে তেওঁৰ চৰণত বন্দনা কৰিলে সকলো আসক্তিৰ হাত সাৰিব পাৰি।[২৯] আসক্তিহীন মনেৰে ভগৱানৰ সেৱা কৰিলে যি আনন্দ পোৱা যায় তাৰ কাষত মোক্ষলাভৰ আনন্দ তুচ্ছ হৈ পাৰে। মাধৱদেৱে তেওঁৰ দাস্য ভক্তিৰ গভীৰতাৰ মাজেদি সেই পৰম আনন্দৰ সন্ধান পাইছে। সেয়েহে তেওঁৰ ৰচনাৰ যতেই তেওঁৰ ব্যক্তিগত আবেগ প্ৰকাশ পাইছে তাতেই এক প্ৰসন্ন আত্ম সমৰ্পণৰ ভাব ফুটি উঠা দেখা যায়।

**মাধৱদেৱৰ গুৰুসেৱা**—গুৰু শংকৰৰ প্ৰতি মাধৱদেৱৰ শ্ৰদ্ধা আৰু সেৱাৰ কাহিনী অসমীয়া সমাজত কিম্বদন্তিৰ দৰে প্ৰচলিত হৈ আহিছে। প্ৰায় কুৰি বছৰীয়া চফল ডেকা মাধৱে প্ৰথম লগ পোৱাৰ পৰত শংকৰদেৱৰ বয়স আছিল সত্তৰ বছৰৰো ওপৰ। বয়সৰ এনে ব্যৱধান থকা সত্বেও দুয়োজনৰে মাজত গঢ় লৈ উঠিছিল অভিনৱ বন্ধুত্ব। ঘোৰ শাক্ত মাধৱ যিদিনাই তৰ্কত পৰাজিত হৈ বৈষ্ণৱ ভকতলৈ ৰূপান্তৰিত হ'ল, সেই দিনাৰ পৰাই তেওঁৰ মনৰ পৰা সমস্ত বৈষয়িক চিন্তা আঁতৰ হৈ পৰিল। জোৰোণৰ কন্যা এৰি উদাসীন মাধৱে নিজকে সমৰ্পণ কৰিলে গুৰু আৰু গুৰুৰ মতবাদৰ সেৱাত। শংকৰদেৱৰ ধৰ্মীয়, সাহিত্যিক, সাংস্কৃতিক আৰু ব্যক্তিগত জীৱনতো ছাঁ-ৰ দৰে লগে লগে থকা মহাপণ্ডিত, সু-গায়ক, প্ৰতিভাধৰ মাধৱৰ সান্নিধ্যই নৱবৈষ্ণৱ আন্দোলনৰ প্ৰসাৰত সহায় আৰু অনুপ্ৰেৰণাৰ যোগান ধৰিছিল। তেওঁৰ প্ৰতিভা, নম্ৰতা সৎ জীৱন-যাপন আৰু তীক্ষ্ণ বুদ্ধিমত্তাই শংকৰদেৱক মুগ্ধ কৰিছিল। মাধৱ হৈ পৰিছিল তেওঁৰ প্ৰাণৰ বান্ধৱ।

মহাপুৰুষীয়া ধৰ্মৰ ঘাই বস্তু 'নাম', 'দেউ' আৰু 'ভকত'ৰ লগত মাধৱদেৱে যোগ দিলে 'গুৰু'। তিনিবিধ প্ৰচলিত ভটিমাৰ লগত তেওঁ যোগ দিলে চতুৰ্থবিধ—'গুৰু-ভটিমা'। গুৰু শংকৰৰ মাজত

---

২৯। 'ভক্তি-ৰত্নাৱলী', পদ ১১০৫—১১২১

মাধৱদেৱে দেখিছিল "শ্ৰী-যশ-দান-মান-দয়া"ৰ সমাহাৰ। সেয়েহে "যাকেৰি নাহিকে উপাম" বুলি গুৰুৰ মহিমাৰ তেওঁ মুক্ত ঘোষণা কৰিছে।

একাধিক প্ৰসংগত মাধৱদেৱে কৈছে যে গুৰুৰ কৃপাৰ অবিহনে ভগবৎ প্ৰাপ্তি সম্ভৱ নহয়। গুৰুৰ প্ৰতি কৃতজ্ঞতা তেওঁৰ ৰচনা সমূহৰ অন্যতম লক্ষণীয় গুণ। 'জন্ম-ৰহস্য' পুথিৰ এঠাইত তেওঁ কৈছে—

পৰম গম্ভীৰ মহাযশী বীৰ
নামত শংকৰদেৱ।
কৰুণা সদন পাষণ্ড মৰ্দন
যাকসম নাহি কেৱ॥

* * * *

তেন্তে মোৰ মহা গুৰুপিতৃ হুয়া
উদ্ধাৰিলা নৰকৰ।
দিয়া ভক্তিদান পালন্ত পোষন্ত
পুত্ৰত কৰি বিস্তৰ॥

'নাম-ঘোষা' পুথিতো তেওঁ সৰবে ঘোষণা কৰিছে—

"শ্ৰীমন্ত শংকৰ হৰি ভকতৰ
জানা যেন কল্পতৰু।
তাহান্ত বিনাই নাই নাই নাই
আমাৰ পৰম গুৰু॥"

এনেজন গুৰুৰ বিষয়ে কাৰো কু-বাক্য শুনিবলৈ তেওঁ মাস্তি নহয়। শংকৰ বিদ্বেষী সকলৰ প্ৰতি সেয়ে তেওঁৰ উক্তি কঠোৰ হৈ 'নাম-ঘোষা'ত ধ্বনিত হৈছে। গুৰু আৰু ভগৱান দুয়োৰে মাজত একেবোৰ লক্ষণৰ প্ৰকাশ দেখি মাধৱদেৱে একে অনুৰক্তি আৰু শ্ৰদ্ধাৰে দুয়োৰে বন্দনা কৰিছে।

শংকৰদেৱৰ দ্বিতীয়বাৰ তীৰ্থযাত্ৰাৰ পৰত মাধৱদেৱ আছিল সৰ্ব্ব-ক্ষণৰ সংগী। সত্ৰৰপৰ সকলো ধৰণে গুৰুজনাৰ স্বাচ্ছন্দ্যৰ প্ৰতি

লক্ষ্য ৰাখি কিদৰে তেওঁ সেৱা শুশ্ৰূষা আগবঢ়াইছিল—তাৰ বিৱৰণ চৰিত পুথিবোৰত ভালধৰণে আছে। সমস্ত দিন পদযাত্ৰা কৰাৰ পিছত গধূলি গুৰুজনাৰ ৰন্ধনৰ সকলো আয়োজন সম্পূৰ্ণ কৰি দি, শয়নৰ পৰত গুৰুৰ টোপনি নহালৈকে পদমৰ্দ্দন কৰি তাৰ পিছতহে তেওঁ নিজৰ ৰন্ধা-বঢ়াৰ অয়োজন কৰিছিল।[৩০] যাত্ৰাকালত হোৱা তত্ত্বমূলক আলোচনাতো শংকৰৰ ঘাই সহযোগী আছিল মাধৱ। তেওঁ হে প্ৰশ্ন সুধি সুধি জটিল বিষয় একোটাও সকলোৰে বাবে ৰসাল কৰি তুলিছিল। শংকৰদেৱৰ ঘৰুৱা জীৱনতো মাধৱদেৱৰ আছিল বিশেষ ভূমিকা। গুৰুজনাৰ কাপোৰখনো কেতিয়াবা তেওঁ নিজ-হাতে ধুই দিছিল।[৩১] গুৰুজনাৰ ভোজনৰ আহুকাল গুচাবলৈ খৰি থোৱা ঘৰ আৰু শুদ্ধভাৱে ধান থোৱাৰ ব্যৱস্থাও তেওঁ কৰিছিল। গুৰুজনাৰ বহা আসনো নিজহাতে সাজি উলিয়াইছিল।[৩২] এবাৰ গুৰুজনাৰ বিশেষ প্ৰয়োজনৰ বাবে কেনেকৈ বনৰীয়া জন্তুৰে ভৰা দুৰ্গম বাটেদি গৈ তেওঁ তাঁতীৰ ঘৰৰ পৰা কাপোৰ আনিছিলগৈ—সেই কথাও পুৰণি পুথিত পোৱা যায়।[৩৩]

মাধৱদেৱৰ গুণ আৰু স্বভাৱৰ সৌন্দৰ্য্যত মোহিত হৈ শংকৰদেৱে এবাৰ পত্নীৰ উদগনিত মাধৱলৈ তেওঁৰ কন্যা ৰুক্মিনীক আগবঢ়াই-ছিল। কিন্তু ভক্ত মাধৱ সকলো বিষয় বাসনাৰ পৰা ওপৰত। গুৰু-কন্যাক তেওঁ বন্দনাৰ উপযুক্ত বুলিহে বিবেচনা কৰিলে। পিতৃ তুল্য গুৰু শংকৰদেৱৰ দ্বাৰা প্ৰদৰ্শিত পথেৰে বিষ্ণু-বৈষ্ণৱৰ সেৱাই আছিল মাধৱদেৱৰ জীৱনৰ আদৰ্শ। এই আদৰ্শ জীৱনৰ অন্তিম দিনলৈকে তেওঁ মানিছিল, সমুখত পুণ্যশ্লোক শংকৰৰ আদৰ্শ ৰাখি।

---

৩০। 'কথা গুৰু চৰিত,' পৃঃ ২০৫

৩১। " " " " ১৫৪

৩২। " " " " ১৮৩

৩৩। " " " " ১৯০

মাধৱদেৱৰ ভক্তিৰ আহিঁ আছিল ভাগৱত পুৰাণৰ ভিত্তিত গঠিত। ভক্তিৰ সৰ্ববিধ প্ৰকাৰৰ ভিতৰত তেওঁৰ প্ৰিয় আছিল দাস্য ভক্তি।। দাস্য ভক্তিৰ প্ৰকাশৰ বাবেই 'নামঘোষা'ৰ মাজত প্ৰতিস্ফুটিত হৈছে অন্তহীন সৌন্দৰ্য। তেওঁৰ সকলো ৰচনাৰ মাজত প্ৰত্যক্ষ বা পৰোক্ষ ভাবে শংকৰ বন্দনা আৰু দাস্য ভক্তিৰ মৃদু প্ৰকাশে মহাপুৰুষ মাধৱৰ অপৰূপ ব্যক্তিত্বৰ কথাকে সোঁৱৰায়। সমাজৰ সৰ্বশ্ৰেণীৰ মানুহৰ মাজত তেওঁৰ জনপ্ৰিয়তাৰ মূলতে হ'ল দাস্য ভক্তিয়ে ৰহনাই তোলা তেওঁৰ বিনম্ৰ ব্যক্তিত্বৰ প্ৰকাশ আৰু সাহিত্যৰ মাজত তাৰ প্ৰতিফলন।



## অধ্যায়—চ

# মাধৱদেৱৰ দাৰ্শনিক চিন্তাধাৰা

## ভাগৱৎ পুৰাণৰ প্ৰয়োগ ঃ

শংকৰদেৱ আৰু মাধৱদেৱৰ সমস্ত ৰচনাতে ভাগৱত-পুৰাণৰ প্ৰভাৱ অতিশয় স্পষ্ট। ভাগৱতৰ দাৰ্শনিক চিন্তাধাৰা, ফাৰ্কুহাৰে কোৱাৰ দৰেই, "সাংখ্যতকৈও শংকৰাচাৰ্য্যৰ কাষ চপা"।[১] ভাগৱত তাৎপৰ্য ব্যাখ্যাৰ ক্ষেত্ৰত দুয়োজনা মহাপুৰুষে একান্তভাৱে অনুসৰণ কৰিছিল শ্ৰীধৰস্বামীৰ 'ভাগৱত ভাৱাৰ্থ দীপিকা' ভাষ্যখনি। তেওঁলোকৰ মতে ভাগৱত পুৰাণ হ'ল সমস্ত বেদান্তৰ সাৰ। মাধৱদেৱে 'নামঘোষা'ত কৈছে—

সমস্ত বেদান্ত সাৰ  মহাভাগৱত শাস্ত্ৰ
ইহাৰ অমৃত ৰস পাই।
পৰম সন্তোষে পান  কৰিলে যিজনে তাৰ
অন্যত্ৰ ৰসত ৰতি নাই॥

'নামঘোষা'ৰ এহেজাৰ ঘোষাৰ ভিতৰত ৬১টি ঘোষাৰে মূল ভাগৱতৰ পৰা লোৱা হৈছে। অন্য কোনো বিশেষ শাস্ত্ৰৰ পৰা ইমান কেইটি শ্লোক নোলোৱাৰ পৰা ভাগৱতৰ ওপৰত থকা তেওঁৰ আস্থাৰ কথা জানিব পাৰি। 'ভাগৱত ভাৱাৰ্থ দীপিকা'ৰ নটি শ্লোকৰো তেওঁ অনুবাদ কৰিছে। তেওঁৰ অন্য এখনি বিশিষ্ট গ্ৰন্থ 'ভক্তি ৰত্নাৱলী' সম্পূৰ্ণভাৱে 'ভাগৱত'ৰ ওপৰত প্ৰতিষ্ঠিত। মাধৱদেৱে নিজেও এই-খনক বুলিছে ভাগৱতৰ সাৰ। এই প্ৰসঙ্গতে তেওঁ কৈছে—

ভাগৱত নামে এক অমৃত সাগৰ।
আছে হেন কথা শুনো মুখত লোকৰ॥

---

১। 'ৰিলিজিয়াছ লিটাৰেচাৰ অৰ ইণ্ডিয়া', পৃষ্ঠা ২৩১

গুৰুমুখে শাস্ত্র আছে আপুনি পঢ়িলো।
ভাগৱত অমৃত সাগৰে বুৰ দিলো ॥

তেওঁৰ অন্য এখনি পুথি 'জন্ম ৰহস্য'তো ভাগৱতৰ আহিতে ভক্তিৰ সবিশেষ বৰ্ণিত হৈছে। 'ৰাজসূয় কাব্য'ৰ কাহিনী ভাগৱতৰ পৰাই তেওঁ বুটলিছে। অৰ্জুন-ভঞ্জন, ভোজন বেহাৰ আৰু ব্ৰহ্মা মোহন ঝুমুৰাৰ মূল সূত্ৰও আছে ভাগৱতৰ বুকুতে।

ভাগৱতৰ ধাৰণাত গঢ় লোৱা তেওঁৰ দাৰ্শনিক চিন্তাধাৰাৰ তলত এটি আলোচনা আগবঢ়োৱা হ'ল—

## নামঘোষা ঃ

মাধৱদেৱৰ অনুপম সৃষ্টি 'নামঘোষা'ৰ মাজত ব্ৰহ্ম, জীৱ আৰু জগত সম্পৰ্কে থকা তেওঁৰ ধাৰণাৰ উমান পোৱা যায়। কবি বাহ্যিক মাধৱদেৱৰ মাজত এটি গভীৰ চিন্তাশীল ব্যক্তিত্বই ভূমুকি মাৰিছে।

'কীৰ্তন'ৰ আদিতে শংকৰদেৱে ভগৱানক বন্দনা কৰি কৈছে

প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ

মাধৱদেৱে এইটি আদৰ্শ মানি লৈয়ে কৃষ্ণদেৱক অৱতাৰী ব্ৰহ্ম আৰু সৰ্ব অৱতাৰৰ মূল বুলি ঘোষণা কৰিছে। এওঁৰ মতে ব্ৰহ্ম নিৰাকাৰ, পৰমানন্দ, শুদ্ধ আৰু সনাতন। তেওঁ জগতৰ আত্মা।[২] তেওঁ হৃষিকেশ আৰু অন্তৰ্য্যামীও। নানা নাম আৰু ৰূপৰ গৰাকী হৈও প্ৰকৃততে তেওঁ অৱয়বহীন। সেয়েহে 'নামঘোষা'ত কৈছে—

অব্যক্ত ঈশ্বৰ হৰি কেনমতে পূজিবাহা
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্তিশূণ্য কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন ॥

---

২। 'নামঘোষা', ঘোষা নং ১৫৬,

সমস্ত ব্যাপি থকা নিৰাকাৰ ব্ৰহ্মৰ অংশ হ'ল প্ৰতি জীৱ। তেৱেঁ সৃষ্টি কৰা জগৎ তেওঁৰ মাজতে প্ৰকাশ পায়। শংকৰদেৱে কৈছে[৩]—

যত জীৱ জংগম কীট পতংগম।
অগ নগ জগ তেৰি কায়া

মাধৱদেৱৰ মতেও জগতৰ পৰা ব্ৰহ্ম পৃথক নহয়। আপাত দৃষ্টিত যি পাৰ্থক্য দেখা যায় তাৰ হেতু হ'ল মায়া বা অবিদ্যাৰ প্ৰভাৱ। মায়াৰ প্ৰভাৱত সৃষ্ট জড় জগতৰ মাজত ব্ৰহ্মই হ'ল একমাত্ৰ চৈতন্য শক্তি। যিসকল জীৱ অবিদ্যাৰ দ্বাৰা বন্ধনযুক্ত, তেওঁলোকেহে জগতখন সত্য বুলি অনুভৱ কৰে। এই বন্ধন দূৰ হলেই তেওঁলোকে উপলব্ধি কৰে জগতৰৰ অনিত্য আৰু ব্ৰহ্মৰ সনাতন প্ৰকৃতি। 'নামঘোষা'ত আছে—

আত্মা ঈশ্বৰক লাগ প্ৰত্যক্ষে সততে পাই
নপাই জানা তাংক অবিদ্যাত।
অবিদ্যা নাশিলে লাগ কৃষ্ণক পাৱয় যেন
কণ্ঠলগ্ন বস্তুক সাক্ষাত ॥

অবিদ্যাৰ পৰা হাতসৰা মানেই সংসাৰ চক্ৰৰ পৰা নিবৃত্তি, অৰ্থাৎ মুক্তি লাভ। ভগৱন্তৰ কৃপাত অবিদ্যাৰ পৰা সহজে নিষ্কৃতি পাব পাৰি। এই কৃপা আকৌ লাভ হয় একান্ত ভক্তিৰ দ্বাৰা। গতিকে মাধৱদেৱে কৈছে[৪]—

কৃষ্ণকেসে মাত্ৰ ভজে যিটোজনে
অব্যভিচাৰী ভক্তি।
তিনি গুণ অতি ক্ৰমি ব্ৰহ্মৰূপ
পাৱে সিটো মহামতি ॥

---

৩। 'নামঘোষা', ঘোষা নং ৮৩

৪। 'নামঘোষা', ঘোষা নং ২১১

**বৰগীত আৰু অন্যান্য ৰচনা ঃ**

মাধৱদেৱৰ গভীৰ বেদান্তৰ জ্ঞান প্ৰকাশ পাইছে তেওঁৰ সুমধুৰ আৰু সুমহান বৰগীতসমূহৰ মাজেদিও। বৰগীতত তেওঁৰ নায়ক প্ৰধানমান শিশু দুষ্ট কানাই—যাৰ চোৰ চাতুৰিৰ শেষ নাই। ভক্ত মাধৱে কিন্তু এক মুহূৰ্তৰ বাবেও পাহৰা নাই যে সেই গৰু চাৰি ভাত খোৱা দুষ্ট শিশুটিৰ মাজতে আছে পৰম ব্ৰহ্মৰ অৱতাৰী ৰূপ, বেদ-বেদান্ত-পুৰাণ-ভাৰতে প্ৰচাৰ কৰে তেওঁৰ মহিমা। তেওঁৰ মায়াৰ অন্ত নাপায় ইন্দ্ৰ, ব্ৰহ্মা, শিৱ আদি শ্ৰেষ্ঠ দেৱসকলেও—

নাৰায়ণ মায়া জানব কোই
সুৰপতি, চতুৰ বয়ন, মুনি, শংকৰ
চিন্তিতে আকুল হোই ॥
অঘটন-ঘটন-পটু চাতুৰি যো নিত
অনিত সমান সব হোই।
যতয়ে অনিত নিত সম ভাসত
ঐচন চাতুৰী হৰি তোই ॥

এই মায়াৰ বাবেই জীৱই অসত্য জগতক সত্য বুলি ভ্ৰম কৰে আৰু পাহৰি যায় যে প্ৰকৃত সত্য কেৱল হৰিহে।[৫] অন্য এটি সুন্দৰ বৰগীতত মাধৱদেৱে কৈছে যে সংসাৰ তৰণৰ একমাত্ৰ উপায় ভগৱন্তৰ চৰণ সেৱা। এই ভগৱন্তৰ স্বৰূপ বেদ-বেদান্তয়ো আলোচনা কৰি পাৰ পোৱা নাই, সামান্য মানুহে জ্ঞান পথেৰে তেওঁৰ স্বৰূপ উপলব্ধি কৰিব নোৱাৰে। গতিকে মাধৱদেৱৰ উপদেশ—

তিনি গুণময় বেদ পন্থ পৰিহৰা।
গোৱালীৰ ঘৰে সেৱা ব্ৰহ্ম চিনি ধৰা ॥

ব্ৰহ্মৰ স্বৰূপ সম্বন্ধে বৰগীত কৈছে—

সত্য সনাতন নিত্য নিৰঞ্জন দেৱা।

---

৫। বৰগীত নং—২৬

অনাদি অনন্ত যোহি নিৰে নাহি কেৱা ॥
যোহি প্ৰভু নাম ধৰে নন্দক নন্দন ।
কৰোঁ পৰভাতে তনু চৰণ বন্দন ॥
সনক সনন্দ যোগী যাহাক ধিয়াই ।
সকল নিগম যাকু বিচাৰি নাপায় ॥
চতুৰ বয়ন, ভৱ, কৰু যাক সেৱা
গোপ নন্দ ভৱনে বেকত সোহি দেৱা ॥

যাৰ চৰণ সেৱাৰ দ্বাৰা ভক্তি লভিব পাৰি সেই পৰম ব্ৰহ্মই ভক্ত-বৎসল গুণৰ বাবেই অৱতাৰ গ্ৰহণ কৰে।[6] সৃষ্টি-স্থিতি-লয়ৰ কাৰণ ভগৱানে মায়াৰী লীলা কৰে কেৱল লোক তাৰণৰ বাবেই।[7] সেয়েহে মাধৱদেৱে কৈছে—

নিগম নিগূঢ় বাণী হৰিগুণ সাৰ ।
তাহে বিছুৰি ভৱ তৰয়ে ন পাৰ ॥

বেদান্ত দৰ্শনৰ গভীৰ ব্যাখ্যা শুনা যায় 'জন্ম-ৰহস্য'ৰ পুথিৰ কোনো কোনো অংশত। নাৰদে কৃষ্ণক কৰা বন্দনাৰ মাজত ব্ৰহ্ম-সত্তাৰ আৰু জীৱৰ স্বৰূপ সুন্দৰকৈ ফুটি উঠিছে। নাৰদে কৈছে—

নমো নমো নাৰায়ণ অনাদি অনন্ত ।
নিত্য নিৰঞ্জন পূৰ্ণ ব্ৰহ্ম ভগৱন্ত ॥
প্ৰকৃতিতো পৰ পৰমাৰ্থ ৰূপ দেৱ ।
তোমাৰ চৰণে কৰো লক্ষ কোটি সেৱ ॥
কটাক্ষতে কৰা প্ৰকৃতিক সচেতন ।
লীলা ৰূপে কৰা সৃষ্টি প্ৰলয় পালন ॥
ব্ৰহ্মা ৰূপ ধৰি সৃজা যত চৰাচৰ ।
বিষ্ণুৰূপে জগতক পালা নিৰন্তৰ ॥

---

৬। বৰগীত নং—১৮৬
৭। „ „—১৩৯

কল্প ৰূপে কৰা প্ৰভু প্ৰলয় আপুনে।
তথাপি তোমাক নোছোৱে দোষ গুণে॥
কৰিলা অধীন মায়া নিজ যোগ বলে।
তুমি মাত্ৰ সখা আৰ প্ৰপঞ্চ সকলে॥
তোমাৰ অন্তক নোহে জগত যতেক।
তুমি পুনু প্ৰভু প্ৰপঞ্চত ব্যতিৰেক॥
যেন মাটি বিনে স্থিতি নাহিকে ঘটৰ।
ঘট ব্যতিৰেকে মাটি থাকে নিৰন্তৰ॥
তুমি মাত্ৰ সখা মিছা আন ৰূপ যত।
যেন নানা লতা চটা দেখিয়া বস্ত্ৰত॥
সূতা মাত্ৰ সখা পৰমাৰ্থ বিচাৰত॥

এই কেইটি পদৰ মাজতে বেদান্ত-দৰ্শন সম্পৰ্কে মাধৱদেৱৰ গভীৰ জ্ঞানৰ উমান পোৱা যায়।

'আদিকাণ্ড-ৰামায়ণ'তো, কাল-মায়াৰ অধিকাৰী আৰু সৃষ্টিৰ নিয়ামক ভগৱান সম্পৰ্কে বিবিধ আলোচনা মাজে মাজে জিলিকি উঠিছে।[৮]

'ৰাজসূয়-কাব্য'ত "উপাধি ৰহিত জ্যোতিৰূপ আত্মা এক" বুলি ভগৱানৰ সংজ্ঞা দি ভগৱানৰ মুখত দিয়া হৈছে—

নোচোৱা মোক দোষ গুণে জগতৰ।
পৰম ঈশ্বৰ মই প্ৰকৃতিতো পৰ॥

অন্তৰ্যামী ৰূপে জীৱৰ নিয়ন্তা কৰি চিদানন্দ ব্ৰহ্মই সমস্ত ব্যাপি থাকে। কিন্তু তেওঁৰে মায়াই আবৃত কৰি থাকে তেওঁৰে স্বৰূপ। সেই-বাবেই অজ্ঞ জীৱই তেওঁক উপলব্ধি কৰিব নোৱাৰে।[৯]

---

৮। পদ, ৩৬৯

৯। ভক্তি ৰত্নাৱলী, পদ, ১৮৭

'অৰ্জুন-ভঞ্জন' ঝুমুৰাত কুবেৰৰ পুত্ৰদ্বয়ৰ মুখত দিয়া স্তুতি এনে ধৰণৰ—

"হে পৰমানন্দ, পৰম পুৰুষ, পুৰুষোত্তম, দেৱক পৰম দেৱতা জগতৰে আদি কাৰণ, প্ৰধান পুৰুষ, সৃষ্টি-স্থিতি-প্ৰলয় প্ৰৱৰ্ত্তক, ভগৱন্ত নাৰায়ণ, তুহু ভূমিক ভাৰ হৰণ কাৰণে কপট মানুষ ৰূপ হয়াছ। তুহু মাত্ৰ সত্য, ওহি জগত মায়াময়, জানি তোহাৰি চৰণ শৰণ পশিয়ে কেৱল ভকতিক মাত্ৰ আশা কৰহু।

ইয়াৰ মাজেদি সহজ-সৰল ভাষাত ফুটি উঠিছে বেদান্তৰ দুৰূহ তত্ত্ব। অৱতাৰী ভগৱানৰ লীলা-বিনোদনৰ তত্ত্বও ঝুমুৰাবোৰৰ মাজত পোৱা যায়।[১০] সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণৰ গৰধীয়া ৰূপৰ মাজতে মাধৱদেৱে বিচাৰি পাইছে ভক্ত-বৎসল ভগৱানৰ অপাৰ মহিমা।

## মায়া, অবিদ্যা আৰু প্ৰকৃতি সম্পৰ্কে মাধৱদেৱ :

অদ্বৈতবাদৰ প্ৰধান বৈশিষ্ট্য হ'ল মায়া সম্পৰ্কে বিবিধ আলোচনা। মাধৱদেৱৰ সকলো ৰচনাৰ ভিতৰত 'নামঘোষা'তেই মায়া, অবিদ্যা আৰু প্ৰকৃতি সম্পৰ্কে বিস্তৃত আলোচনা পোৱা যায়। মায়া হ'ল সেই ঐশি শক্তি, যাৰ সহায়ত ব্ৰহ্মাই চৰাচৰ নিয়ন্ত্ৰণ কৰে। ব্ৰহ্ম নিজে কিন্তু মায়াৰ অধীন নহয়, "হৰি হৰি তোমাৰ নিকট নাহি মায়া।" নানা ৰূপ আৰু নাম গ্ৰহণ কৰি মায়াই সনাতন ব্ৰহ্মক আবৃত কৰি ৰাখে। আৱৰণ শক্তিৰ দ্বাৰা ব্ৰহ্মৰ স্বৰূপ আবৃত কৰি বিক্ষেপ শক্তিৰে মিছা জগতৰ ধাৰণা বহন কৰি জগত সংসাৰ নিয়ন্ত্ৰণত মায়াই বিশিষ্ট ভূমিকা লয়। মাধৱদেৱে 'নামঘোষা'ত কৈছে—

"হে কৃষ্ণ তুমি মাত্ৰ চৈতন্য স্বৰূপ নিত্য
সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৰৰ যতেক ইটো তোমাৰ বিনোদ ৰূপ
চৰাচৰ মায়াৰ নিৰ্মিত ॥

১০। চোৰ ধৰা আৰু পিম্পৰা গুচোৱা ঝুমুৰাৰ সূত্ৰৰ বৰ্চন

মায়া যিহেতু কপটগুণযুক্তা, সেয়ে মায়াক বোলা হয় অবিদ্যা।[১১] অনাদি ব্ৰহ্মৰ অংশ স্বৰূপে মায়াও অনাদি। ঈশ্বৰৰ সহযোগী ৰূপে মায়াক বোলা হয় প্ৰকৃতি।[১২] পুৰাণৰ কাহিনীত সংসাৰ সৃষ্টিত সহায় কৰোঁতা মায়াক ঈশ্বৰৰ প্ৰিয়-পাত্ৰীৰূপে কল্পনা কৰাৰ দৰে মাধৱদেৱেও মায়াক কেতিয়াবা 'দেৱী' আখ্যা দিয়া দেখা যায়। শংকৰদেৱৰ 'অনাদি পাতন'তো মায়াক কল্পনা কৰা হৈছে এগৰাকী সুন্দৰী দেৱীৰ ৰূপত। নামঘোষা'ৰ মাজত মায়াক এক ৰহস্যময় শক্তিৰূপে পোৱা যায়, যি জীৱক অবিৰাম দিয়ে দুখ আৰু যন্ত্ৰণা। মায়াৰ ছলনাৰ বিষয়ে মাধৱদেৱে কৈছে—

তোমাৰ মায়ায়ে হৰি কপট গুণক ধৰি
মুহি আছে আমাক সমুলি ॥

মায়া জড়[১৪] সেইবাবে ব্ৰহ্মৰ অধীন[১৫]। হৰি বিমুখ সকলহে মায়াৰ নিগ্ৰহৰ পাত্ৰ[১৬]। এই নিগ্ৰহৰ পৰা ৰক্ষা কৰিব পাৰে একমাত্ৰ ভগৱানেহে। 'নামঘোষা'ত সেইবাবে মাধৱদেৱে কৈছে—

নমো নমো নাৰায়ণ প্ৰসন্ন হুয়োক হৰি
কৰিয়োক মায়াৰ নিৰ্য্যান।
আপোনাৰ মহিমাই আপুনি বেকত হুয়া
জীৱক কৰিও পৰিত্ৰাণ ॥

মায়া আৰু অবিদ্যা প্ৰায় সমাৰ্থক শব্দ হ'লেও দুয়োৰে মাজত লক্ষণগত পাৰ্থক্যও আছে। অবিদ্যাক জ্ঞানৰ দ্বাৰা দূৰ কৰিব পাৰি,

---

১১। ৰাধাকৃষ্ণণ, 'ইণ্ডিয়ান ফিলছফি', ২য় খণ্ড, পৃষ্ঠা ৫৭২
১২। " " " " ৫৭৩
১৩। নামঘোষা, ঘোষা নং ৭১
১৪। " " " ২০৫
১৫। জন্ম ৰহস্য, পদ ৩৪
১৬। নামঘোষা, ঘোষানং—৭১

কিন্তু মায়া হৈছে ব্ৰহ্মাৰ দৰেই চিৰন্তন। মায়াক নিয়ন্ত্ৰণ কৰোতা ঈশ্বৰক অবিদ্যাই স্পৰ্শ নকৰে। 'নামঘোষা'ৰ এই কেইফাকি ঘোষাৰ মাজত জীৱৰ উপৰত অবিদ্যাৰ প্ৰভাৱ সম্পৰ্কে স্পষ্ট ব্যাখ্যা পোৱা যায়—

দুৰ্ব্বাৰ দুঃসঙ্গ দুৰ্বাসনা দুষ্ট
হৰি হৰি হৰি হৰি এ
অনাদি অবিদ্যা আপুনি ভৈলো মোহিত।
অনাত্মা দেহক আত্মা বুদ্ধি কৰি
হৰি হৰি হৰি হৰি এ
তুমি পৰমাত্মা ঈশ্বৰে ভৈলো বঞ্চিত।
* * * *
মায়াময় ঘোৰ সংসাৰ নিকাৰ
হৰি হৰি হৰি হৰি এ
তাকে সুখ মানি মগ্ন ভৈল মোৰ চিত্ত॥
* * * *
আমি মূঢ়মতি ঘোৰ অবিদ্যা সাগৰে মজি
মোৰ প্ৰভু নাৰায়ণ এ
তোমাক নজানি ভৈলো দুখী
হৰি হৰি স্বৰূপ নজানি ভৈলো দুখী হৰি এ

অবিদ্যাৰ অন্ধকাৰক মাধৱদেৱে তুলনা কৰিছে কলামেঘৰ লগত।[১৭] এই অন্ধকাৰ দূৰ কৰিব পাৰে কেৱল ভক্তিৰ আলোকে।[১৮] 'নামঘোষা'ই ভগৱানক প্ৰকৃতি-পুৰুষ দুইতকৈ উত্তম আৰু নিয়ন্তা বুলি ঘোষণা কৰিছে।[১৯] কটাক্ষতে প্ৰকৃতিক সচেতন কৰি নিজ যোগবলেৰে পৰমব্ৰহ্মই সৃষ্টি কৰে কোটি ব্ৰহ্মাণ্ড।[২০]

১৭। নামঘোষা, ঘোষা নং ৩৫৫
১৮। " " ৭৯১ ;
১৯। ঘোষা নং—৪০৫
২০। আদিকাণ্ড ৰামায়ণ, পদ ৫৬৯

**ব্ৰহ্ম সম্পৰ্কে ধাৰণা :**

বেদান্ত-দৰ্শনৰ মতে ব্ৰহ্ম পৰমাত্মা চৰাচৰৰ একমাত্ৰ সত্য শক্তি, বাকী সমস্ত জগত, দেহ, মন, বুদ্ধি আৰু চিত্ত কেৱল সেই সত্যৰ অৱয়ব মাত্ৰ আৰু ৰূপৰে একোটি প্ৰসাৰিত ৰূপ মাথোন। যিদৰে মাটিৰ, সোণৰ আৰু লোহাৰ পাত্ৰ প্ৰকৃততে মাটি সোণ আৰু লোহাতকৈ পৃথক নহয়, সেইদৰে জগতো ব্ৰহ্মৰ পৰা পৃথক নহয়। 'জন্ম-ৰহস্য' ত এই কথাকে মাধৱদেৱে কৈছে—

যেন মাটি বিনে স্থিতি নাহিকো ঘটৰ।
ঘট ব্যতিৰেকে মাটি থাকে নিৰন্তৰ॥
তুমি মাত্ৰ সত্য মিছা আন ৰূপ যত।
যেন নানা লতা চটা দেখিয়া বস্ত্ৰত॥
সূতা মাত্ৰ সত্য পৰমাৰ্থ বিচাৰত।
এতেকে তুমিসে সত্য তিনিও লোকত॥

স্ৰজন, পালন আৰু সংহাৰৰ পৰাকা পৰম ব্ৰহ্মাই মায়া শক্তিৰ সহায়ত সৃষ্টি কৰা জগতখন প্ৰলয়ৰ কালত নিজৰ মাজতে বিলীন কৰে।[২১] নিত্য, নিৰঞ্জন, শিৱ, সনাতন, অনাদি অনন্ত আৰু নিৰ্গুণ আখ্যাৰে মাধৱদেৱে তেওঁক বুজোৱা হৈছে। তেওঁৰ সংকল্পৰ বাবেই জগতখনৰ উৎপত্তি। অসাৰ সংসাৰত তেওঁহে একমাত্ৰ সত্য—

মায়া আদি কৰি সমস্তে অসত্য
জানিবা জড় নিশ্চয়।
হৰি মাত্ৰ সত্য চৈতন্য ঈশ্বৰ
পৰম তত্ত্ব নিৰ্ণয়॥

'ভাগৱত-পুৰাণে', ভগৱানক জগতৰ পিতৃ, গুৰু আৰু সকাৰী বোলাৰ দৰে মাধৱদেৱেও তেওঁক প্ৰচুৰ কৰিছে "প্ৰিয়তম সখা, আত্মা-ইষ্ট-গুৰু" ৰূপে। এইজন্য বিশ্বৰূপ দেৱতাৰ মাজতে মাধৱদেৱে দৰ্শন কৰিছে সৰ্বসাক্ষী ৰূপত আৰু অন্তৰ্য্যামীৰূপে তেওঁৰ বিৰ নিয়ন্তা ৰূপ।

নিৰাকাৰ ব্ৰহ্মই অৱতাৰীৰূপে আকাৰ গ্ৰহণ কৰে। যদিও তেওঁ নিৰাকাৰ আৰু নিৰ্গুণ, তথাপিও ভক্তৰ প্ৰতি কৃপাৰশতঃ অংশ বা পূৰ্ণাৱতাৰ ৰূপে সগুণ ৰূপ গ্ৰহণ কৰে। মূলতে অজ যদিও লীলাৰ বাবেই তেওঁ নানা অৱতাৰত অৱতীৰ্ণ হয়। 'আদিকাণ্ড ৰামায়ণ'ত মাধৱদেৱে ব্যাখ্যা কৰিছে—

এক মূৰ্ত্তি নানা মূৰ্ত্তি নানা মূৰ্ত্তি এক।
তোমাত জগত তুমি তাত ব্যতিৰেক॥
তুমি প্ৰাণ মন মুখ চক্ষু কৰ্ণ নাসা।
তোমাত সকল জগতে কৰে বাসা॥

নিজানন্দপূৰ্ণ ভগৱানৰ অৱতাৰ গ্ৰহণত বিস্ময় প্ৰকাশ কৰি এটি বৰগীতত মাধৱদেৱে কৈছে—

কহিতে বিস্ময় বিপৰীত শুনিবাৰ।
কোথা শুনি আছ ভাই! ব্ৰহ্মৰ বিহাৰ॥
অনুমানে কহে যাক সকল নিগমে।
সোহি হৰি কেলি কৰে গোপশিশুসমে॥

বিস্ময়ৰ অনুভৱে সৃষ্টি কৰা ৰসৰ মাজতে মাধৱদেৱে অৱতাৰী ভগৱানৰ লীলা-বিনোদৰ ইংগিত দিছে। এই ইংগিত ইমান কলাসম্মত যে শাস্ত্ৰ জ্ঞানেৰে জ্ঞানী নোহোৱাকৈও বেদান্তৰ জটিল তত্ত্বৰ সৰল ব্যাখ্যা শ্ৰোতাৰ মনত সহজে সোমাই পৰে।

## মুক্তি :

'নামঘোষা'ত আছে—

ঈশ্বৰৰ সেৱা কৰন্তে জীৱৰ
গুচয় মায়াৰ ভ্ৰম।
ব্ৰহ্ম শব্দে শুধ জীৱক বুলিয়
ঈশ্বৰক পৰব্ৰহ্ম॥

জীৱ যেতিয়া ব্ৰহ্মত বিলীন হয়, তেতিয়াই তেওঁ লাভ কৰে মুক্তি। মায়াৰ পৰা নিস্তাৰ পালেই জীৱাত্মাই নিজকে পৰমাত্মাৰ অংশ বুলি উপলব্ধি কৰে। এই উপলব্ধিৰ আনন্দময় অৱস্থাই হ'ল মুক্তি। অবিদ্যাৰ প্ৰভাৱত আৰু কৰ্মবন্ধ শেষ নোহোৱালৈকে সংসাৰ চক্ৰত জীৱ অবিৰাম আৱৰ্তিত হৈ থাকে। অবিদ্যা জনিত সুখৰ প্ৰতি জ্ঞানীসকল যেতিয়া বিৰক্ত হয়, তেতিয়াই তেওঁৰ কৰ্মবন্ধ লয় পায় আৰু তেওঁৰ বাবে সংসাৰ হৈ পৰে বাসুদেৱময়। এটি ঘোষাত আছে—

জ্ঞাননিষ্ঠজনে বিদ্যা অবিদ্যা জনিত দুয়ো
সুখে বিৰকতি ভৈল যেৱে।
বাসুদেৱময় মাত্ৰ দেখয় জগত ইটো
বিধিৰ কিংকৰ গুচে তেৱে॥

গতিকে এনেলোকৰ বাবে শৰীৰি অৱস্থাতে মুক্তি লাভ সম্ভৱপৰ। এওঁলোক হ'ল জীৱন্মুক্ত। মুক্তিৰ আনটো প্ৰকাৰৰ নাম বিদেহ মুক্তি, মৃত্যুৰ পিছত যি মুক্তি লাভ কৰা যায়। কৃষ্ণদেৱৰ মহাপ্ৰয়াণৰ পিছত অৰ্জুনে জীৱন্মুক্ত অৱস্থা লভিছিল বুলি কথিত আছে।[22]

মুক্তি পাঁচ প্ৰকাৰ,—সালোক্য, সামীপ্য, সাৰূপ্য, সাযুজ্য আৰু সাৰ্ষ্টি। ঐকান্তিক ভক্তিৰ দ্বাৰা ভগবানৰে সৈতে একেলোকত বাস কৰাৰ সৌভাগ্য পাব পাৰি বুলি 'ভক্তি-ৰত্নাৱলী' পুথিয়ে মত প্ৰকাশ কৰিছে।[23] সাৰূপ্য মুক্তিৰ মূলতে আছে ঐকান্তিক স্মৰণ। 'ভক্তি-ৰত্নাৱলী'ত আছে—

মোকে মাত্ৰ অপুৰুণে চিন্তিয়া থাকয়।
মোহোৰ স্বৰূপ পাৱে সিটো মহাশয়॥

ভক্তিৰ সৰ্ববিধ প্ৰকাৰৰ ভিতৰত সাযুজ্য বা লীন মুক্তিকে শ্ৰেষ্ঠ

২২। কীৰ্ত্তন, পদ নং ২২০১

২৩। পদ নং ২৮৬-২৮৭

আসন দিয়া গ'লেও অসমৰ বৈষ্ণৱ সমাজে জীৱ মুক্তি বিবিচাৰে। কাৰণ "জুইত খিউ গলি যোৱাৰ দৰে"[২৩] ব্ৰহ্মত জীৱ বিলীন হৈ গলে তাত আৰু অধিক ভক্তিৰ সুযোগ নাথাকে। এইবোৰকে যিহেতু মুক্তিতকৈ ভক্তিক উচ্চ আসন দিয়ে, সেয়েহে মাধৱদেৱে কৈছে[২৪]—

কৃষ্ণৰ চৰণ সেৱা নাই মুকুতিত।
হৰি সেৱকৰ তাক এৰিবে উচিত ॥

'নামঘোষা'ৰ মাজতো মুক্তিত নিস্পৃহ ভকতৰ প্ৰতি মাধৱদেৱৰ প্ৰশংসাৰ মনোভাৱ দেখা যায়। প্ৰকৃততে ভোগ বা ভুক্তিৰ প্ৰতি থকা বৈৰাগ্যৰ দৰেই মুক্তিৰ প্ৰতিও এক অনীহা মহাবৈষ্ণৱ ধৰ্মৰ ভক্তি-ধাৰাৰ এক বিশিষ্ট লক্ষণ।

মুক্তি লাভৰ বাবে ঐকান্তিক ভক্তিৰ লগতে প্ৰয়োজন ভগৱানৰ প্ৰসাদৰ। একান্ত চিত্তে হৰিত শৰণ লোৱা জনে—

হৰিৰ প্ৰসাদে সিটো বিম্বিৰ মুণ্ডত ভৰি
দিয়া হৰি গুণ গায়া নাচে।

জ্ঞান, কৰ্ম আৰু ভক্তিৰ তিনিটি পথেৰে ভগৱানৰ কৃপা বিচাৰিব পাৰি। ইয়াৰে ভিতৰত উত্তম হ'ল ভক্তিৰ পথ। অতি অধম জনেও ভক্তিৰ দ্বাৰা ভগৱানৰ অনুগ্ৰহ লাভ কৰে।

ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ
মাধৱৰ প্ৰসাদে মিলয়।
কৃষ্ণৰ কৃপাত পাছে গুচয় সংসাৰ ভয়
এহি মানে গীতাৰ নিৰ্ণয় ॥

মাধৱদেৱে কৃষ্ণক কাল-মায়াদিৰ অধিকাৰী[২৬] জীৱৰ একমাত্ৰ আশ্ৰয়[২৭] আৰু সংসাৰ চক্ৰৰ পৰা উদ্ধাৰ কৰোঁতা একমাত্ৰ দেৱ বুলি

২৪। কীৰ্তন, পদ নং ২২০১
২৫। ভক্তি ৰত্নাৱলী, ১০২৫
২৬। নামঘোষা', ঘোষা নং ৩১২
২৭। " " ৭৮৩

প্ৰতিপন্ন কৰিছে। সেয়েহে মুক্তি-কামী ভক্তসকলক তেওঁ উপদেশ দিছে—

কৰ কোন কাম বোল ৰাম ৰাম
তেজিয়ো মুখে আলাস।
ভকতৰ সংগে হৰিগুণ গায়া
বৈকুণ্ঠে কৰিয়ো বাস॥

## অদ্বৈতবাদী দৰ্শন ঃ

ব্ৰহ্মসূত্ৰৰ চাৰিজন ঘাই ভাষ্যকাৰ শংকৰাচাৰ্য, ৰামানুজ, মাধৱ আৰু বল্লভৰ ভিতৰত শংকৰাচাৰ্য আছিল অদ্বৈতবাদী দৰ্শনৰ প্ৰৱৰ্তক। এই দৰ্শনৰ প্ৰতিফলন দেখা যায় শংকৰদেৱ আৰু মাধৱদেৱৰ চিন্তাধাৰাতো। শংকৰদেৱে 'ভক্তি-ৰত্নাকৰ' গ্ৰন্থত[28] 'ভুজংগ-প্ৰয়াত' শ্লোকৰ প্ৰসংগত শংকৰাচাৰ্যৰ পাণ্ডিত্য স্বীকাৰ কৰিছে। মাধৱদেৱেও তেওঁৰ ৰচনাত শংকৰাচাৰ্যৰ অদ্বৈতবাদী চিন্তাৰ প্ৰতিফলন ঘটাইছে। দুয়োজনা মহাপুৰুষৰ সৰ্ববিধ সাহিত্য-ৰচনাৰ মূল হ'ল—

তোমাৰ অদ্বৈতৰূপ পৰম আনন্দ পদ
তাতে মোৰ মগ্ন হৌক চিত।[29]

মাধৱদেৱৰ ৰচনাৰ মাজত ভগৱানৰ মায়া নাম আৰু মায়া ৰূপ পোৱা যায় যদিও, কেতিয়াবা তেওঁ সগুণ ভগৱানৰ উপাসনাৰ কথাও কয় যদিও তেওঁৰ শেষ সিদ্ধান্ত হ'ল ব্ৰহ্মৰ নিৰ্গুণ ৰূপৰ ঘোষণা।[30] সগুণ ব্ৰহ্মৰ উপাসনা শেষত গৈ নিৰ্গুণ উপাসনাত মিলি পৰে। সত্য, শুদ্ধ, নিত্য আৰু অখণ্ডিত-জ্ঞানস্বৰূপ এই পৰম ব্ৰহ্ম সৃষ্টি মাজেৰে আলোকময়, মানুহৰ মাজেৰে সৰ্বব্যাপ্ত। তেওঁতে জগতৰ উৎপত্তি আৰু তেওঁ জগততে প্ৰকাশ কৰে। সমস্ত প্ৰাণীৰে আত্মা আৰু অন্ত-

২৮। পদ নং ১৮৪—১৮৬

২৯। 'কীৰ্তন', বেদস্তুতি, পদ নং ২১

৩০। 'নামঘোষা', ঘোষা নং ৮৪

জগতৰ একমাত্ৰ চৈতন্য-শক্তি এই ব্ৰহ্মৰ বিষয়ে 'নামঘোষা'ই কৈছে—

মায়া আদি কৰি সমস্তে অসন্ত
জানিবা জড় নিশ্চয়।
হৰি মাত্ৰ সন্ত চৈতন্য ঈশ্বৰ
পৰম তত্ত্ব নিৰ্ণয় ॥

ভগৱানৰ মুখতো নিজ মহিমাৰ প্ৰকাশ মাধৱদেৱে এনেদৰে দিছে—

মোত হন্তে হোৱে চৰাচৰ মোতে সে প্ৰবৰ্ত্তে নিৰন্তৰ
ইহাক অৰ্জুন জানে যিটো মহাজন।
পৰম বিবেকী সিটোজন মোৰ ভাৱে হুয়া যুক্ত-মন
মোকে মাত্ৰ ভজে শ্ৰৱণ কৰি কীৰ্তন ॥

শংকৰাচাৰ্যই ব্ৰহ্মক জ্ঞান-স্বৰূপ, নিৰ্গুণ আৰু নিৰ্বিশেষ আখ্যা দিছে। ই তুলনা ৰহিত, চিৰমুক্ত, অখণ্ডিত আৰু সম্পূৰ্ণ।[৩১] ব্ৰহ্ম আৰু জীৱৰ মাজত প্ৰকৃততে কোনো বিভেদ নাই। যি বিভেদ দেখা যায় সি হ'ল মায়াৰ অলীক সৃষ্টি। তাৰ ফলতে "অনাত্মা দেহক আত্মা বুদ্ধি কৰি" ক্ষুদ্ৰ জীৱই হাহাকাৰ কৰে।

গুৰু শংকৰদেৱৰ দৰেই বেদান্ত দৰ্শনৰ এজন ওজা-পণ্ডিত মাধৱদেৱে সৰল আৰু সফলভাবে জটিল তত্ত্বসমূহ সৰ্বসাধাৰণৰ বোধগম্য কৰি দাঙি ধৰিছিল। যি সময়ত 'ভাগৱত-পুৰাণ'কে ধৰি সমগ্ৰ পবিত্ৰ শাস্ত্ৰসমূহ কেৱল ব্ৰাহ্মণসকলৰহে পঠনীয় বুলি গণ্য কৰা হৈছিল, সেই সময়ত মাধৱদেৱে তত্ত্বমূলক ৰচনাৰ বাহিৰেও গীত-বৰগীতৰ কোমলতাৰে ভাগৱতৰ তত্ত্ব আনি সৰ্বসাধাৰণক উপহাৰ দিছিল। নিৰক্ষৰ জনতাক বেদান্ত-জ্ঞানেৰে চহকী কৰাৰ এয়া আছিল উৎকৃষ্টতম উপায়।

৩১। 'বিবেক-চূড়ামণি' শ্লোক নং ৩৮১

## অধ্যায়—ছ

# অসমৰ চিন্তা-জগতলৈ মাধৱদেৱৰ অৱিহণা

শ্ৰীমন্ত শংকৰৰ নাম ললেই লগে লগে মনলৈ আহে চিন্তা-নায়ক মাধৱৰ কথা। শংকৰ গুৰুৰ ঘাই সহযোগী মাধৱদেৱে অসমৰ সাহিত্য-সংস্কৃতিলৈ যি অৱিহনা আগবঢ়াই থৈ গৈছে সি শংকৰদেৱকৈ কোনো গুণে কম নহয়, কেতিয়াবা এইবোৰৰ বহুণ বেছিহে উজ্বল যেন লাগে। প্ৰতিভা আৰু পাণ্ডিত্যৰ লগতে তেওঁৰ মহান ব্যক্তিত্বৰ জিলিকনিয়ে মাধৱদেৱৰ প্ৰতিবিধ শিল্পকলাকে অভিনৱ সৌন্দৰ্যৰে ভৰাই তুলিছে। শৈশৱ আৰু প্ৰথম যৌৱনৰ দুখেভৰা দিনবোৰে তেওঁক পৰিশ্ৰমী হবলৈ আৰু জীৱনৰে সৈতে মুখামুখী হবলৈ শিকাইছিল। পৈনত বয়সৰ ঘাত-প্ৰতিঘাতে তেওঁক দিছিল জীৱনৰ তিতা-কেঁহা অভিজ্ঞতাৰ সোৱাদ। এইবোৰ বাস্তৱ অভিজ্ঞতা আৰু তাৰ লগতে শংকৰ গুৰুৰ মহান সান্নিধ্য তথা ব্যক্তিগত অধ্যয়ন-লব্ধ জ্ঞানে মাধৱদেৱক অতুলনীয় ব্যক্তিত্ব পৰিণত কৰিছিল। তেওঁৰ ধৰ্ম-দৰ্শন-কলা-সাহিত্য সকলোতে তাৰ আভাস জিলিকি উঠা দেখা যায়।

শংকৰদেৱে পোনতে ৰোপন কৰা নৱ-বৈষ্ণৱ ধৰ্মই ডাল-পাত মেলি জাতিকাৰ হৈছিল বিশেষকৈ মাধৱদেৱৰ সহযোগিতা আৰু নেতৃত্বত। দৈত্যাৰি ঠাকুৰে সেয়েহে কৈছে—

> শংকৰে ভকতি প্ৰকাশিলা মাত্ৰ।
>
> মাধৱেসে প্ৰচাৰিলা ॥

কথাষাৰ যথাৰ্থ। নিপুণ প্ৰচাৰক মাধৱদেৱৰ বাবেহে নৱ-বৈষ্ণৱ ধৰ্মৰ ভেটি সুদৃঢ় হৈছিল। শংকৰদেৱে সাজি থৈ যোৱা মূল ভেটিটোৰ লগত মাধৱদেৱে যোগ দিছিল ধৰ্মীয় সংগঠনৰ বাবে প্ৰয়োজনীয় বিবিধ নীতি-নিয়মৰ বান্ধোন। তাৰ ফলত এই ভেটি অধিক সুদৃঢ় হৈ পৰিছিল। মাধৱদেৱে আচাৰ্যৰ পদত দীক্ষিত কৰা সকলৰ প্ৰত্যেকৰে আছিল সংগঠনৰ দক্ষতা। তেওঁলোকৰ আছিল মাধৱ-

গুৰুৰ ওপৰত গভীৰ আস্থা। ফলত সকলোটিবে সহযোগত ধৰ্ম-সাহিত্য-সংস্কৃতিৰ উমৈহতীয়া জয়যাত্ৰা অব্যাহত গতিৰে চলিছিল।

নৱ-বৈষ্ণৱ ধৰ্মৰ খাই বস্তু হ'ল নামঘৰ বা কীৰ্তনঘৰ। মাধৱদেৱে পোন-প্ৰথমে বং-বহমেৰে বোলাই আটক ধুনীয়া কীৰ্তন ঘৰ, যাক ৰঙীয়াল ঘৰ বুলিও কোৱা হয়, সাজি উলিয়ায়। এই কীৰ্তন-ঘৰটিয়ে সেই সময়ত অসংখ্য লোকক তেওঁৰ ধৰ্ম মণ্ডলে আকৰ্ষিত কৰিছিল। বৰপেটা, কমলাবাৰী আৰু জৰাবাৰী সত্ৰত থকা 'অক্ষয়-বন্তি' এটি বিশিষ্ট লক্ষণ। ইয়াৰ লগতো মাধৱদেৱৰ সম্পৰ্ক আছে বুলি ভবা হয়। কথিত আছে যে বৰপেটাৰ কীৰ্তন-ঘৰ মুকলি কৰা উৎসৱৰ পৰত মাধৱদেৱে গুৰু আসনৰ সমুখত এগছি বন্তি জ্বলাইছিল। সেই গছি বন্তি ভকত সকলে কেতিয়াও নিৰ্বাপিত হবলৈ নিদিছিল। এবাৰ জুই লাগি ঘৰ পুৰি যোৱাৰ পিছতো ছাইৰ মাজতে সেই শলিতাৰে বন্তি জ্বলাই মথুৰাদাস বুঢ়া আতাৰ পত্নীয়ে অক্ষয় বন্তিৰ ঐতিহ্য অটুট ৰাখিছিল[১]।

আনএৰ নৱ-বৈষ্ণৱ ধৰ্মৰ এটি বিশিষ্ট লক্ষণ হ'ল উদাসীন বা কেৱলীয়া পন্থা। চিৰকুমাৰ মাধৱদেৱেই আছিল ইয়াৰ প্ৰৱৰ্তক। বোধকৰো তেওঁৰ উদাসীন জীৱনৰ ভক্তি-জনিত বৈৰাগ্যই ভক্তসকলক গভীৰভাৱে মোহিত কৰিছিল। শংকৰদেৱেও এবাৰ মাধৱক কৈছিল যে হয়তো তেওঁক আগতে লগ পোৱা হলে শংকৰদেৱে অন্ততঃ দ্বিতীয়বাৰ বিবাহৰ বাক্লোনত নোসোমালহেঁতেন।[২] আনহাতেদি মাধৱদেৱে আকৌ মত প্ৰকাশ কৰিছিল যে গৃহস্থী জীৱনতো হৰি সেৱা কৰাত কোনো বাধা নাই। তেওঁৰ আৰ্হি মতে যাৰ যাৰ মন যায় বিবাহ বাক্লোনত সোমাবলৈ মাধৱদেৱে উপদেশ দিয়াৰ লগতে ধন জনে সহায় কৰিবলৈ গাত লৈছিল। তেওঁ বুজিছিল যে ক্ষুদ্ৰ

১। 'শংকৰদেৱ এণ্ড হিজ টাইমছ', পৃঃ ৩২০
'কথা-গুৰু-চৰিত,' পৃঃ ৩৪৯
২। 'শংকৰদেৱ এণ্ড হিজ টাইমছ', পৃঃ ৩২০।

মানুহৰ মহত্ত্বে ভৰি পিছুৱে, দৃঢ় ব্যক্তিত্বৰ গৰাকী মহলে উদাসীন হোৱাৰ দুঃসাহস নকৰাই ভাল। এনে বুজনিৰ পিছতো যি সকল দৃঢ়মনা লোকে বৈৰাগ্য অৱলম্বন কৰি সত্ৰৰ ভকত হৈ শংকৰ মাধৱৰ দ্বাৰা প্ৰচাৰিত ধৰ্ম প্ৰচাৰত ব্যস্ত হৈ ৰ'ল, তেওঁলোকৰ পৰাই উদ্ভৱ হ'ল কেৱলীয়া ভকতৰ পন্থা।

সত্ৰৰ ভিতৰত ভকতসকলে পালিব লগীয়া ধৰ্মীয় আচাৰসমূহ কেইটিমান বীতিত বিভাজন কৰি মাধৱদেৱে এটি গুৰুত্বপূৰ্ণ কাম কৰিছিল। সেই ১৪টি প্ৰসংগৰ বিৱৰণ বৈকুণ্ঠ দ্বিজে তেওঁৰ ৰচিত চৰিত পুথিত এইদৰে দিছে।[৩]

'(১) ভটিমা, (২) চপয়, (৩) গুণমালা, (৪) লীলামালা, (৫) তাৎপৰ্য, (৬) ঘোষা, (৭) পদ, (৮) গীত, (৯) নাম, (১০) পাঠ, (১১) ভাগৱত, (১২) জয়, (১৩) হৰিধ্বনি আৰু (১৪) কথা।

বেজবৰুৱাই লিখিছে[৪] যে শংকৰদেৱৰ তিৰোধানৰ পিছত সুন্দৰী-দিয়াত থকাৰ কালত মাধৱদেৱে বৰপেটাৰ কীৰ্তনঘৰত গুৰু আসন প্ৰতিষ্ঠা কৰে, চৈধ্য প্ৰসংগৰ বিভাজন কৰে আৰু ভকতৰ বহা শাৰীও নিৰ্দ্ধাৰিত কৰি দিয়ে। এইবোৰ ভিতৰুৱা সংগঠনৰ বাহিৰেও 'তিনিও ৰাজ্য'ত অৰ্থ্যাত উজনি অসম, কামৰূপ আৰু বেহাৰত মাধৱদেৱে স্থাপন কৰিছিল অসংখ্য সত্ৰ। যুক্তিৰ দৃঢ়তা আৰু প্ৰচাৰৰ নিপুণতাৰে নাস্তিককো হৰি ভক্তি শিকোৱাত আৰু অন্য ধৰ্ম মত অৱলম্বীসকলক নৱ বৈষ্ণৱ ধৰ্মলৈ আকৰ্ষিত কৰাত মাধৱদেৱ আছিল অদ্বিতীয়। শংকৰদেৱৰ পিছত তেওঁ প্ৰায় আঠাইশ বছৰ কাল জীৱিত আছিল। এই কালছোৱাত শংকৰদেৱৰ আদৰ্শ প্ৰচাৰৰ বাবে মনে-প্ৰাণে তেওঁ নিজকে উৎসৰ্গ কৰিছিল। গুৰুজনাৰ মতবাদৰ শুদ্ধ প্ৰচাৰ আৰু সঠিক পৰিচালনাৰ বাবে তেওঁ নিজকে এনে ধৰণে

---

৩। পুথি সংখ্যা ২৯১—২৯২।

৪। 'বেজবৰুৱা গ্ৰন্থাৱলী,' ১ম খণ্ড, পৃঃ ২৯১।

নিয়োজিত কৰিছিল যে ব্যক্তিগত জীৱনৰ চিন্তা, বাসনা, পৰিকল্পনা একোৱেই তেওঁৰ নোহোৱা হৈছিল। সৰ্বত্যাগী মাধৱৰ বিচক্ষণতা আৰু দূৰদৰ্শিতাৰ বাবেই অসমীয়া সমাজত নৱ-বৈষ্ণৱ ধৰ্ম আজিও পূৰ্ণ পয়োভৰে বৰ্তি থাকিবলৈ পাৰিছে।

ধৰ্ম প্ৰচাৰৰ বাবে সাহিত্য-সংস্কৃতিক মাধ্যম কৰি লৈ শংকৰদেৱৰ দৰে মাধৱদেৱেও জন-জাগৰণৰ সৃষ্টি কৰিছিল। তেওঁৰ ৰচনাৰ হাত আছিল অতিশয় নিমজ। বিশেষকৈ বৰগীতবোৰৰ ভাব-ভাষা-ৰাগ-তালৰ অপূৰ্ব মিশ্ৰণৰ তুলনা নাই। মাধৱদেৱৰ জনপ্ৰিয়তাই কেতিয়াবা গুৰু শংকৰৰ সাহিত্য-প্ৰতিভাকো চেৰ পেলাই যায়। কিছুমান গীত আৰু ঝুমুৰাৰ ভনিতাত মাধৱদেৱৰ নাম কোনো অজ্ঞাত লিখকে ব্যৱহাৰ কৰাৰ পৰাই এই কথা বুজিব পাৰি। হয়তো জনপ্ৰিয়তাৰ আৰু প্ৰচাৰৰ লোভতে এইবোৰৰ ভনিতাত মাধৱ পুৰুষৰ নাম ভৰোৱা হৈছিল। এই কাৰ্যৰ পৰা যে বিপদ হোৱা নাই, এনেও নহয়। দুই-এখন ঝুমুৰাৰ ৰচকৰ নাম এতিয়াও বিতৰ্কমূলক হৈয়ে আছে। উদাহৰণ স্বৰূপে মাধৱদেৱৰ ভনিতাযুক্ত 'ৰাসঝুমুৰা' আৰু 'কোটোৱা-খেলা'ৰ নামকে লব পাৰি। মাধৱদেৱৰ বিশিষ্ট কীৰ্তিৰ ভিতৰত এটি হ'ল অসমীয়া মানুহৰ মানস পটত শিশু-কৃষ্ণৰ মনোমোহা ছবি এখনিৰ যুগমীয়া সাঁচ বহুৱাই যোৱাটো। মুখত ৰাঁহী, হাতত এচাৰি আৰু ৰচনত চাতুৰিৰে ভৰা নৱনু-কোমল শিশুকৃষ্ণ অসমীয়া মানুহৰ বুকুৰ আপোন চৰিত্ৰ। অসমীয়া সমাজত শিৱ, নাৰদ আদি 'টাইপ চৰিত্ৰ'ৰ সম্পৰ্কে থকা ধাৰণাৰ লগতে এইটি মোহন চৰিত্ৰও একেলগে থব পাৰি। শংকৰদেৱৰ ভগৱান কৃষ্ণতকৈ মাধৱদেৱৰ শিশুকৃষ্ণ সাহিত্য-ৰসিকসকলৰ বেছি প্ৰিয়।

মাধৱদেৱৰ সাহিত্য-প্ৰতিভাৰ ইতিমধ্যে বিস্তৃত আলোচনা কৰি অহা হৈছে। সমগ্ৰ বিশ্বৰে শ্ৰেষ্ঠ পুথি সমূহৰ ভিতৰৰ এখনি 'নামঘোষা' মাধৱদেৱৰ যুগমীয়া কীৰ্তি। সাহিত্যৰ বিভিন্ন দিশত হাত দিলেও 'নামঘোষা'ৰ মাজতে তেওঁৰ প্ৰতিভাৰ শ্ৰেষ্ঠতম প্ৰকাশ

দেখা যায়। গীত, ঝুমুৰা, কাব্য আদিৰ নিজা নিজা স্বকীয়া মূল্য আছে যদিও 'নামঘোষা'ৰ যি মহত্ব,—সি গাম্ভীৰ্য আৰু সৌন্দৰ্যৰ অনন্য সমাহাৰ।

মাধৱদেৱৰ সাংস্কৃতিক অৱদান বিচিত্ৰ লক্ষণেৰে পৰিপুষ্ট। চৰিত-পুথিৰ পৰা তেওঁৰ সূক্ষ্ম শিল্প-জ্ঞান আৰু সুকুমাৰ ৰুচিৰ পৰিচয় পোৱা যায়। 'নৃসিংহ-যাত্ৰা' আদি ঝুমুৰাৰ অভিনয়-প্ৰসংগই সোৱঁৰায় অভিনেতাৰূপে তেওঁৰ কৃতিত্বৰ কথা। গীতে-মাতে ভৰপূৰ ক্ষুদ্ৰাকৃতিৰ ঝুমুৰাবোৰ গঠন-কৌশলৰ ফালৰ পৰা অভিনৱ। আধুনিক যুগৰ ব্যস্ততাৰ লগত খাপ খাই পৰাকৈ এইবোৰ কম সময়ৰ বাবেও উপস্থাপন কৰিব পাৰি। গীত আৰু নৃত্যৰ ৰাগ-তাল শিক্ষা দানতো তেওঁ আছিল দক্ষতাসম্পন্ন ব্যক্তি। তেওঁৰ অনুপ্ৰেৰণাত ৰচিত নৃত্য সমূহৰ প্ৰতিটোৱেই আজি সৰ্বভাৰতীয় ক্ষেত্ৰত দৰ্শকৰ সমাদৰ লভিবলৈ সক্ষম হৈছে।

ভক্তি-ধৰ্মৰ সেৱাৰ প্ৰতি উৎসৰ্গীকৃত জীৱনেৰে মাধৱদেৱে সমাজ-সংস্কাৰতো যথেষ্ট অৱিহণা যোগাইছিল। গুৰুজনাৰ আঁহিতে জাতি-ভেদৰ বিপক্ষে তেওঁ সবল মাত মাতিছিল। তেওঁ কৈছিল—

পৰম নিৰ্মল ধৰ্ম হৰি নাম কীৰ্তনত
সমস্ত প্ৰাণীৰ অধিকাৰ।
এতেকেসে হৰিনাম সমস্ত ধৰ্মৰ ৰাজা
এহি সাৰ শাস্ত্ৰৰ বিচাৰ॥

সমাজৰ বিভিন্ন শ্ৰেণীৰ মানুহৰ বাবে তেওঁ দাঙি ধৰিছিল শান্ত-সুন্দৰ ভগৱান কৃষ্ণৰ মোহন মূৰ্তি। এই ভগৱানক যাগ-যজ্ঞ, বলি-বিধান একোকে নেলাগে, লাগে মাথোন নিৰ্মল ভক্তি। এওঁক পূজিবলৈ—

নলাগে দেৱ দ্বিজ ঋষি হুইবে।
নলাগে সমস্ত শাস্ত্ৰ বিস্তৰ জানিবে॥

মহাপুৰুষীয়া ধৰ্মৰ মতবাদ হ'ল—"নাহি ভকতিত জাতি অজাতি

বিচাৰ।" এই মতবাদৰ বহুল প্ৰচাৰত আৰু যথাৰ্থ ৰূপায়নত মাধৱদেৱ আছিল এজন সফল ব্যক্তি। তেওঁৰ দিনত সকলো শ্ৰেণীৰ লোক আৰু ভৈয়াম-পৰ্বতৰ বিভিন্ন ভক্তৰ মাজত ধৰ্মৰ যোগেদিয়েই মধুৰ সম্পৰ্ক স্থাপিত হৈছিল।

এজন জন্মগত কবি, নিপুণ সংগীতজ্ঞ আৰু নৃত্য ৰচক, সুগায়ক, সুঅভিনেতা আৰু নাট্যকাৰ, বেদান্ত তত্ত্বৰ মহাপণ্ডিত মাধৱদেৱে এজন ব্যক্তিৰূপে নহয়—এটি অনুষ্ঠান ৰূপেৰে অসমৰ চিন্তা-জগতত যি অবিহণা আগবঢ়াই গ'ল, আধুনিক অসমে ভাৱবাবে তেওঁক আজিও কৃতজ্ঞতাৰে সোঁৱৰে।

# অধ্যায়—জ

## পুথিপঞ্জী


(ক) চৰিত-সাহিত্য—

দৈত্যাৰি ঠাকুৰ, 'মহাপুৰুষ শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ চৰিত্ৰ', সম্পাদনা, হৰিনাৰায়ণ দত্তবৰুৱা, নলবাৰী, ৫০৯ শংকৰাব্দ

পুৰাৰাম মহন্ত, 'বৰদোৱা-গুৰুচৰিত', সম্পাদনা মহেশ্বৰ নেওগ, গুৱাহাটী, ১৯৭৭

'কথা-গুৰু-চৰিত', সম্পাদনা, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, নলবাৰী, ১৯৫২

নীলকণ্ঠ দাস, 'দামোদৰ দেৱৰ চৰিত', সম্পাদনা, শৰত চন্দ্ৰ গোস্বামী, যোৰহাট, ১৯২৭

(খ) আধুনিক সাহিত্য—

লক্ষ্মীনাথ বেজবৰুৱা, 'বেজবৰুৱা গ্ৰন্থাৱলী', ১ম খণ্ড, যোৰহাট, ১৯৬৮

মহেশ্বৰ নেওগ, 'শ্ৰীশ্ৰীশংকৰদেৱ', গুৱাহাটী, ৪ৰ্থ সংস্কৰণ, ১৯৬৩

মহেশ্বৰ নেওগ, 'পবিত্ৰ-অসম', যোৰহাট, ১৯৬৮

হৰিনাৰায়ণ দত্তবৰুৱা, 'প্ৰাচীন কামৰূপৰ কায়স্থ সমাজৰ ইতিবৃত্ত' নলবাৰী, ১৯৪১

বাণীকান্ত কাকতি, 'প্ৰাচীন কামৰূপৰ ধৰ্মৰ ধাৰা' পাঠশালা, ১৯৫৩

মহেশ্বৰ নেওগ আৰু কেশৱ চাংকাকতি, 'সত্ৰীয়া নৃত্য আৰু নৃত্যৰ তাল' গুৱাহাটী, ১৯৫৭

মহেশ্বৰ নেওগ (সম্পাদনা) 'স্বৰবেখাত বৰগীত', শ্বিলং ১৯৫৮
'অংকাৱলী', সম্পাদনা, কালিৰাম মেধি, গুৱাহাটী, ১৯৫০
'অংকীয়া নাট', সম্পাদনা, বি, কে বৰুৱা, গুৱাহাটী, ১৯৪০
'মাধৱদেৱৰ বাক্যামৃত', সম্পাদনা, পূৰ্ণচন্দ্ৰ গোস্বামী,
গুৱাহাটী, ১৯৫৯
'সপ্তকাণ্ড-ৰামায়ণ', সম্পাদনা, হৰি-নাৰায়ণ দত্তবৰুৱা,
গুৱাহাটী, ১৯৬৮
'শ্ৰীমদ্‌ভাগৱত', সম্পাদনা, কেশৱানন্দ দেৱগোস্বামী,
ডিব্ৰুগড়, ১৯৮৫
'শংকৰ-ৰাক্যামৃত', সম্পাদনা, হৰিনাৰায়ণ দত্ত
বৰুৱা, নলবাৰী, ১৯৫৩
বীৰেন্দ্ৰনাথ দত্ত, 'অসমীয়া সংগীতৰ ঐতিহ্য',
যোৰহাট ১৯৭৭
অতুলচন্দ্ৰ হাজৰিকা, 'মঞ্চলেখা', গুৱাহটী, ১৯৬৭
বাণীকান্ত কাকতী, 'পুৰণি অসমীয়া সাহিত্য',
গুৱাহাটী, ১৯৫০
ভবপ্ৰসাদ চলিহা, সম্পাদনা, 'শংকৰী সংস্কৃতিৰ অধ্যয়ন',
গুৱাহাটী, ১৯৭৮
কেশৱানন্দ দেৱ গোস্বামী, 'সত্ৰ-সংস্কৃতিৰ ৰূপৰেখা'
পাঠশালা, ১৮৯৫ শক
বাপচন্দ্ৰ মহন্ত, 'নামঘোষা তত্ত্বদৰ্শন', যোৰহাট, ১৯৭৮
গোকুল পাঠক, 'বৰপেটা সত্ৰৰ ইতিহাস'
বৰপেটা, ১৩৮৪ ছন
সত্যেন্দ্ৰনাথ শৰ্মা, 'প্ৰবন্ধ-চয়নিকা', গুৱাহাটী, ১৯৭৯
তীৰ্থনাথ শৰ্মা, 'ভক্তিবাদ', গুৱাহাটী, ১৯৭৭
ব্ৰজেশ্বৰ বৰ্মা, 'সুৰদাস', অনুবাদ, চৈয়দ আব্‌দুল মালিক,
নতুন দিল্লী, ১৯৭৪

(গ) ইংৰাজী সাহিত্য :—

B. K. Barua, 'Studies in Early Assamese Literature' Gauhati, 1953

Laksminath Bezbarua, 'The Religion of love and Devotion', ed. Maheswar Neog, Jorhat, 1968

F. Bowers, 'Theatre in the East : A survey of Asian ancDe and Drama', London, New York, 1956

F. Bowers, 'The Dance in India' New York, 1953

D. R. Mankad, 'The Types of Sanskrit Drama', Karachi, 1936

J. N. Farquhar, 'An outline of the religious literature of India', Oxford University Press, 1920

Maheswar Neog, 'Sankaradeva and his times : Early History of the Vaisnava Faith and Movement in Assam, Gauhati, 1965

S. N. Sharma, 'The Neo-Vaisnava Movement and the Satra Institution of Assam', Gauhati, 1965

Ramnarayana Vyas, 'The Bhagavata Bhakti cult and three Advaita Acaryas : Sankara, Ramanuja and Ballabha,' Delhi, 1977

A. B, Keith, 'The Sanskrit Drama', Oxford, 1924

Karabi Deka Hazarika, 'Madhavadeva : His Life, Art and Thought.' Ph. D. Thesis, Gauhati University, 1982

(ঘ) অন্যান্য—

ভক্তিৰত্নাৱলী ( কান্তি মালা টীকাৰে সৈতে )—সম্পাদনা, বলদেৱ উপাধ্যায়, বাৰানসী, ১৯৬৮ ( সংস্কৃত )

শাণ্ডিল্য ভক্তি সূত্ৰ ( ভক্তি চন্দ্ৰিকা টীকাৰে সৈতে ) সম্পাদনা, বলদেৱ উপাধ্যায়, বাৰানসী, ১৯৬৭ ( সংস্কৃত )

মাধৱদেৱ : ব্যক্তিত্ব অউৰ কৃতিত্ব—ড° কৃষ্ণনাৰায়ণ প্ৰসাদ 'মাগধ', গুৱাহাটী, ১৯৭৯ ( হিন্দী )

চৈতন্য চৰিত্ৰামৃত—দীনেশ চন্দ্ৰ সেন, কলিকতা, ১৯৬৫ ( বঙালী )।

---